# অনধিকাৰ

( নাটক )

শ্ৰীসৰ্ব্বানন্দ পাঠক

—সৰ্ব্বানন্দ প্ৰকাশ—
বৰপেটাৰোড্
অসম

প্ৰকাশক ঃ
পাৰ্ব্বতী প্ৰিয়া পাঠক
সৰ্ব্বানন্দ প্ৰকাশ
বৰপেটাৰোড,
অসম

ঃ প্ৰথম প্ৰকাশ ঃ
—নভেম্বৰ ১৯৬২—

মুদ্ৰক ঃ
শ্ৰীনবীন মালাকৰ
লক্ষ্মী প্ৰিণ্টিং প্ৰেছ
পানবজাৰ, গুৱাহাটী

মূল্য ঃ দুটকা

# উছৰ্গা

........................................................................

........................................................................

........................................................................

..........................  ..........................

শ্ৰদ্ধাৰ চিন স্বৰূপে

বিহগী কবি শ্ৰীযুত ৰঘুনাথ চৌধাৰী দেৱৰ

শ্ৰীকৰকমলত

—সৰ্ব্বানন্দ—

উপহাৰ

.................................................

.................................................

.................................................

.......................   .......................

# প্ৰণেতাৰ কথা

আমাৰেই লিখা "বিপ্লবী বীৰ" আৰু "অগ্ৰগামী" নাটক দুখন অসমীয়া ৰাইজৰ মাজত বিশেষ ভাবে সমাদৰ পোৱা বাবে আৰু আমাৰ লগৰীয়া নাট্যামোদী বন্ধু সকলৰ বিশেষ উদগনিৰ উৎসাহত "অনধিকাৰ" নাটখন লিখি উলিয়াইছিলোঁ। যদিও হাতে লিখা অৱস্থাতে কেবাবছৰো পৰি আছিল। অৱশ্যে ছপা হৈ নৌ-ওলাওঁতেই নাটখন কিছু প্ৰচাৰ হৈ পৰিছিল আৰু কেবাঠাইতো সফলতাৰে অভিনয় হৈ আছিল। গতিকে নানা আলৈ আহুকালৰ মাজেদি হলেও ৰাইজৰ শুভ ইচ্ছা পোৱাৰ হেপাহেৰে নাটখন ছপা কৰি উলিওৱা হ'ল।

নাটখনৰ চৰিত্ৰ অঙ্কনত আমাৰ বন্ধু শ্ৰীকমলকৃষ্ণ চাটাৰ্জী, শ্ৰীশিবশান্তি চাটাৰ্জী আৰু শ্ৰীঅশ্বিনী কুমাৰ ভট্টাচাৰ্য্য দেৱে কিছু সহায় কৰিছিল। তেখেত সকল আমাৰ ধন্যবাদৰ পাত্ৰ। গুৱাহাটী কুমাৰ ভাস্কৰ ৰঙ্গমঞ্চত অভিনয় কৰা কালত শ্ৰীকিৰণ শৰ্ম্মাই 'ডুলু' নামৰ শিশু চৰিত্ৰটি লিখি মূল নাটকত সুমাই দিছিল। এই চৰিত্ৰটি বাদ দিবলৈ ইচ্ছা নকৰিলোঁ। "ডুলুক সুমাই দি নাটকখনৰ সৌন্দৰ্য্য বঢ়োৱা কাৰণে শৰ্ম্মাক ধন্যবাদ। নাটখন ছপা কাৰ্য্যত শ্ৰীমাধব চন্দ্ৰ কাকতিয়ে নিজৰ কাম ক্ষতি কৰিও আমাক সহায় কৰিছিল তেখেতক কেতিয়াও নাপাহৰোঁ। হাতে লিখা অৱস্থাতে নাটখনৰ সফল অভিনয় কাৰ্য্যত শ্ৰীহৃষিকেশ চক্ৰবৰ্ত্তী, শ্ৰীজগন্নাথ প্ৰসাদ দাস, শ্ৰীগান্ধিৰাম শৰ্ম্মা শ্ৰীগোলক চন্দ্ৰ শৰ্ম্মা, শ্ৰীপবিত্ৰ লহকৰ, ইমামুদ্দিন আহমদ, মফিজুদ্দিন অহমদ, শ্ৰীযোগেন্দ্ৰ নাথ বায়ন, শ্ৰীচিৰিষ পাঠক আদি বন্ধুসকলৰ নিস্বাৰ্থ সহায় বিশেষ ভাবে উল্লেখ যোগ্য।

আমাৰ লিখা অন্যান্য নাটকৰ দৰে "অনধিকাৰেও" শ্ৰদ্ধেয় ৰাইজৰ সহানুভূতি আৰু মৰম চেনেহ পাব বুলি আশা কৰি সামৰিলোঁ।

ইতি—

ৰাইজৰ আশীৰ্ব্বাদ ভিক্ষাৰী

—**সৰ্ব্বানন্দ**

বৰপেটাৰোড,

২৪।১০।৬২ ইং

# চৰিত্ৰ

## —পুৰুষ—

মণ্টু দাস— ধনি ঠিকাদাৰ।
নৰেণ— মণ্টুৰ প্ৰাইভেট চেক্ৰেটৰী।
ডুপ্লে— বোম্বাইৰ এজন ব্যৱসায়ী।
কমল— শিল্পী
ভোলা— কমলৰ বন্ধু
ৰমেণ— কমলৰ বন্ধু
কৃষ্ণকান্ত— কমলৰ বন্ধু
সুবোধ— কমলৰ দেউতাক
একাদশী— কমলহঁতৰ পুৰণি চাকৰ
ডাঃ নন্দগোপাল—নগৰৰ ডাক্তৰ
তুলু— সন্ধ্যাৰ সৰু ভাই
চাপ্ৰাছী আদি—

## —তিৰোতা—

সন্ধ্যা— উষাৰ যুৱতী কন্যা
উষা— বিধবা বামুনী
সাবিত্ৰী— মণ্টু দাসৰ স্ত্ৰী
নাচনী আদি—

# অ ন ধি কা ৰ

হাতে লিখা অৱস্থাতে তলত লিখা ৰঙ্গমঞ্চত
সফলতাৰে অভিনীত হয়।

১। আমিনগাওঁ ৰেলৱে ইন্‌ষ্টিটিউত তিনিবাৰ
২। গুৱাহাটীৰ কুমাৰ ভাস্কৰ ৰঙ্গমঞ্চত এবাৰ
৩। পাণ্ডু মালিগাওঁ ৰেলৱে ৰঙ্গমঞ্চত এবাৰ
৪। ৰঙিয়া হৰদত্ত বীৰদত্ত ক্লাবত এবাৰ
৫। বৰপেটাৰোড্ হিতৈষী চিনেমাহ'লত এবাৰ

# প্ৰথম অঙ্ক

## —প্ৰথম দৃশ্য—

—মণ্টুদাস, সন্ধ্যা; নৰেণ, চাপ্ৰাছী; সাবিত্ৰী—

( সন্ধ্যাই মণ্টুৰ অফিচত টাইপ কৰি থাকে। অলপ সময় পিচতেই মণ্টুৰ প্ৰবেশ। সন্ধাই মণ্টুক দেখি নমস্কাৰ জনোৱা ভঙ্গিমাৰে ঠিয় হবলৈ খুজি আকৌ বহে আৰু টাইপ কৰিবলৈ ধৰে। )

মণ্টু— গুড্ মৰ্নিং মাই ডিয়াৰ ( Good morning, My Dear ) সন্ধ্যা !

সন্ধ্যা—গুড্ মৰ্নিং মিষ্টাৰ ( Good morning Mr.) দাস !

মণ্টু— কাকতখন টাইপ কৰা হল নে ?

সন্ধ্যা—( অলপ মিচিকিয়া হাঁহি মাৰি ) আপুনি অহাৰ লগে লগেই শেষ হ'ল।

মণ্টু— গুড্ ( Good ), চাও বাৰু,

( মণ্টুৱে সন্ধ্যাৰ ওচৰতে থকা চৌকি এখনত বহে আৰু

সন্ধ্যাৰ হাতৰ পৰা টাইপ কৰা কাকতখন হাতত লৈ পঢ়িবলৈ ধৰে ।)

মণ্টু— বঢ়িয়া হৈছে ।

[মণ্টুৱে কলিং বেল (Calling bell) বজায় আৰু লগে লগে অফিচৰ চাপ্ৰাছী আহি চেলাম দি থিয় হয় ।]

মণ্টু— প্ৰাইভেট্ চেক্ৰেটৰী ।

( চাপ্ৰাছীয়ে ছেলাম জনাই প্ৰস্থান কৰে )

মণ্টু— সন্ধ্যা ! তোমাৰ অফিচ ৱাৰ্ক (office work) সচাকৈয়ে শলাগিব লগিয়া ।

সন্ধ্যা—কাম দেখো নাইয়েই । গল্পকৰিয়েই ময় অতিবাহিত কৰোঁ ।

মণ্টু— কাম যেতিয়া নাথাকে তেতিয়া বিয়নী মেলৰ বাহিৰে আৰু কি আছে ?

সন্ধ্যা—কাম নাই যেতিয়া মোক বিদায় দিলেই হয় ।

মণ্টু— ( অলপ হাঁহি ) তোমাক বিদায় ? কল্পনাতীত কথা । এনে এজনী এক্সপাৰ্ট ৱাৰকাৰ (expart worker) ক বিদায় দি মই কণাৰ লাখুটী হেৰুৱামনে ?

সন্ধ্যা—আপোনাৰ মনত মই এক্সপাৰ্ট ৱাৰকাৰ ( expart worker )?

মণ্টু— নিশ্চয় ! তাত অলপো ভুল নাই ।

সন্ধ্যা—কিন্তু কণাৰ লাখুটিৰ অৰ্থ নুবুজিলোঁ দাস ডাঙৰীয়া !

মণ্টু— এক্সকিউজ মি ( Excuse me ), সন্ধ্যা । সঁচা কথা কবলৈ হলে, তুমি অকল কণাৰ



লাখুটিয়েই নোহোৱা মোৰ অফিচৰ সৌন্দৰ্য্যও ।

( মণ্টুৰ প্ৰাইভেট চেক্ৰেটৰী নৰেণৰ প্ৰবেশ )

নৰেণ—নমস্কাৰ চাৰ্ ( Sir ), মোক মতাইছে বোধ হয় ।

মণ্টু— এৰা । কাকতখন টাইপ কৰা হ'ল । তুমি এতিয়াই গৈ মণিৰামৰ টিপ্‌চহীটো লৰা । সাৱধান ! এই ষড়যন্ত্ৰৰ কথা কোনেও যেন গম নেপায় ! মণিৰামৰ বন্ধকি মাটিখিনি হস্তগত কৰি আমাৰ কাঠৰ কাৰখানাটো তাতেই পাতিব লাগিব ।

নৰেণ—মোৰো সেয়ে মতলব । এতিয়াই যাওগৈ ।

মণ্টু— ( টাইপ কৰা কাকতখন নৰেণৰ হাতত দি ) তুমিও এবাৰ পঢ়ি চোৱাচোন ।

নৰেণ—( পঢ়ি চাই ) বেচ্ সুন্দৰ হৈছে । এইবোৰ তিৰোতা সকলৰেই কাম । মোৰ মতে টাইপিষ্ট (typist) মানে লেডী ( Lady ) হোৱা উচিত, অৰ্থাৎ মহিলাৰ কাৰণে typistৰ কাম আছুটিয়াকৈ ৰখা উচিত । এতিয়াহে অফিচে কৰ্ম্মচাৰীয়ে আৰু কামে ৰজিতা খাইছে । তদুপৰি অৰ্থ নৈতিক ফালৰ পৰাও ইয়াৰ গুৰুত্ব আছে । যোৱা মহাসমৰতে কিমান ইংৰাজ ৰমণীক দেখিলোঁ । যুদ্ধ ক্ষেত্ৰলৈ যোৱা । বন্দুক কামান সকলোৱে চলোৱা নাছিল যদিও—টাইপিষ্টৰ কাম কৰিছিল । ভাগৰত সৈন্য সকলক উৎসাহ যোগাইছিল ।

মণ্টু— লেকচাৰ বন্ধ কৰা নৰেণ ! নিজৰ কাম কৰা ।

নৰেণ—ইয়েচ্ চাৰ (Yes sir), প্ৰথমে কাম পিচত কথা। পিচে, কথাৰ পাক চক্ৰতহে কথা ওলায়। সেই তাহানিৰে পৰা আজিলৈকে সহ অভিনয় আৰু সহ অফিচৰ সপক্ষে তথ্যপূৰ্ণ লেকচাৰ দি আহিছোঁ। এতিয়াহে বুজি পাইছোঁ। মোৰ লেক্চাৰবোৰ অথলে যোৱা বস্তু নহয়। চকুৰ আগতেই মিচ্ সন্ধ্যাক···· ···।

মণ্টু—নৰেণ! তোমাক ৱাৰনিং ( warning ) দিয়া হ'ল।

নৰেণ—এক্স্কিউজ মি চাৰ ( Excuse me, Sir ), মোৰ দোষ নহয় চাৰ (Sir), দোষ, মোৰ খাৰ খোৱা জিভাখনৰ মোৰ জিভাখন বৰ পিচল। এই জিভাৰ দোষতেই কেতিয়াবা চাকৰিটোও পিচলি পৰিব যেনহে পাইছোঁ এইখন আপুনি কন্ট্ৰোল্ ( Control ) নকৰিলে— মোৰ দ্বাৰা আৰু নহৈছে চাৰ (Sir),

মণ্টু—এইবোৰ কৰ্ম্মচাৰী ৰাখি কি বিপদ—,

নৰেণ—যাও চাৰ ( Sir )। মণিৰামৰ টিপচহী লৈহে উভটিম বাপেক যাম যেতিয়া টিপচহী নিদিলে হবনে ( প্ৰস্থান )

সন্ধ্যা—আমাৰ ঘৰ-মাটিও আপোনাৰ ওচৰত দেউতাই বন্ধক ৰাখিছিল বোধহয়?

মণ্টু— তুমি কেনেকৈ জানিলা সন্ধ্যা?

সন্ধ্যা—আইতাই কৈছিল।



মণ্টু —অৱশ্যে কথাটো সঁচা। তোমাৰ বয়স তেতিয়া দহ বছৰ মাত্ৰ। ছয় বছৰ আগৰ কথা। তেতিয়া তোমাৰ দেউতাৰ আৰ্থিক অৱস্থা, অতি দুখ লগা। সেই দুঃসময়ত একমাত্ৰ মৰেই চাৰি হেজাৰ টকাৰে তেখেতক সহায় কৰিলোঁ। মাটি-বাৰি অৱশ্যে অতি গোপনে ৰেজেষ্ট্ৰী বন্ধকত ৰখা আছে।

সন্ধ্যা—আপোনাৰ উপকাৰ কেতিয়াওঁ নাপাহঁৰো।

মণ্টু —সেইটো কোনো কথা নহয় সন্ধ্যা! মানুহক উপকাৰ কৰিহে মই আনন্দ পাওঁ। দুঃখৰ বিষয়—সেই বছৰতেই তেখেতৰ মৃত্যু হল।

সন্ধ্যা—তেন্তে সেই ঋণৰ বৰ্ত্তমান মালিক মৰেই?

মণ্টু —অৱশ্যে তুমি—কিন্তু কথাটো চিৰিয়াচ্লি (Seriously) নাভাবিবা সন্ধ্যা! কথাটো তোমাৰ আৰু মোৰ ভিতৰতহে····।

সন্ধ্যা—আমি দুখীয়া! হয়তো আমাৰো অৱস্থা কেতিয়াবা —মণিৰামৰ দৰেই······।

মণ্টু —ছিঃ! তেনে কথাকৈ মনত বেজাৰ দিয়া কিয় সন্ধ্যা! মণিৰামৰ সৈতে তোমাৰ ৰিজনি নাখাটে।

সন্ধ্যা—কিয়?

মণ্টু— তোমাক ঋণৰ পৰা বিনাস্বৰ্ত্তে মুক্তি দিম সন্ধ্যা।

সন্ধ্যা—বিনাসৰ্ত্তে মুক্তি দিব? কাৰণ?

মণ্টু —কাৰণ?

মণ্টু—শুনা সন্ধ্যা! তোমাৰ প্ৰতি মোৰ অসীম স্নেহ, প্ৰীতি আৰু ভাল পোৱা একমাত্ৰ কাৰণ!

সন্ধ্যা—অঁ, বুজিলোঁ! আপুনি মোক ভাল পায়!

মণ্টু—বাঃ এইবোৰ জানো ভাষাৰে প্ৰকাশ কৰিলেহে বুজি পোৱা!

[কিছু সময় দুয়ো নিমাত, তল মূৰকৈ কিবা কিবি ভাবি থাকে, এনেতে wall clockত টং টং কৈ চাৰিটা বাজে।]

সন্ধ্যা—অ' চাৰিটা বাজিলেই-ছুটিৰ সময়! মই যাব পাৰোনে?

মণ্টু—অ' আজি তোমাৰ দৰমহাৰ তাৰিখ নহয় নে? (মনিবেগৰ পৰা টকা উলিয়াই) এইয়া লোৱা, ডেৰশ টকা তোমাৰ দৰমহা! অহা মাহত আৰু ৫০৲ টকা বঢ়াই দিয়া হব।

সন্ধ্যা—(টকা লৈ) ধন্যবাদ। কিন্তু একেলগে ৫০৲ টকা বঢ়াই দিয়াৰ কোনো কাৰণ মই দেখা নাই।

মণ্টু—এইটো চৰকাৰী অফিচ নহয় সন্ধ্যা! কন্ট্ৰেক্টাৰৰ (contractor)ৰ টকা! হাজাৰ হাজাৰ পাইছো পঞ্চাচ টকা, কি আহে যায়। পিছে মোৰ এটা অনুৰোধ ৰাখিবানে সন্ধ্যা?

সন্ধ্যা—কওকঁচোন।

মণ্টু—কিন্তু তাৰ আগতে কোৱা মোৰ অনুৰোধ প্ৰত্যাখ্যান নকৰো বুলি।



সন্ধ্যা—ৰাখিবলৈ নিশ্চয় চেষ্টা কৰিম দাস ডাঙৰীয়া!

মণ্টু—সুখী হলো সন্ধ্যা। তোমাৰ অফিচ ৱাৰ্কত (Office work) মই অতিকৈ সন্তুষ্ট। তাৰ সামান্য পুৰস্কাৰ স্বৰূপে এইয়া লোৱা [জেপৰ পৰা এডাল সোণৰ কণ্ঠহাৰ উলিয়াই]

সন্ধ্যা—কি?

মণ্টু—একো নহয়! এডাল নেক্‌লেচ্ (Neckless)। তোমাৰ কাৰণে উপহাৰ।

সন্ধ্যা—এইবোৰ আপুনি কি কৰিছে দাস ডাঙৰীয়া? মোক আপুনি উপযুক্ত দৰমহা দিছে। গতিকে এই উপহাৰৰ অৰ্থ মই বিচাৰি নাপাও।

মণ্টু—তুমি হয়তো ভাবিছাঁ ছিঃ ছিঃ, সেইবোৰ কথা মনলৈ নানিবাচোন।

সন্ধ্যা—কি কথা?

মণ্টু—অৰ্থাৎ—অৰ্থাৎ তুমি ভাবিছা সেই কথা!

সন্ধ্যা—মই কি ভাবিছো?

মণ্টু—তুমি ভাবিছা—হয়তো, মোৰ ইচ্ছা, আকাঙ্খাৰ আওবাটে আন কিবা এটা। লোৱা, এই নেক্‌লেচ্‌ডাল (Neckless) লোৱা! উপেক্ষা নকৰিবা।

সন্ধ্যা—শুনক দাস! আপোনাৰ অফিচত কাম কৰা, বোধহয় মোৰ আজিয়েই শেষ।

মণ্টু—কিয়?

সন্ধ্যা—আপোনাৰ অৰ্থহীন ভালপোৱা আৰু পুৰস্কাৰৰ লোভত ভোল যাব নোখোজোঁ ।

মণ্টু— কেনে ?

সন্ধ্যা—আপোনাৰ ভালপোৱা দেখিছো এটা বেলেগ বস্তু । ভালপোৱা বজাৰৰ স্নো, পাউদাৰ, নহয় যে, তাক ধন দি কিনি লব পাৰি !

মণ্টু—আঃ হাঃ হাঃ ! মানুহক মৰম স্নেহ কৰা যদি অত্যাচাৰ হয় তেন্তেনো আৰু কি কম । বাৰু সাবধান হবলৈ যত্ন কৰিম । হৈছেতো ? এইবাৰ লোৱাচোন সোন !

( কণ্ঠহাৰ জোৰেৰে সন্ধ্যাৰ হাতত দিব খোজে )

সন্ধ্যা—দাস ডাঙৰীয়া !

মণ্টু— মই মৰ্ম্মান্তিক বেদনা পাম ! গ্ৰহণ কৰা !

[ সন্ধ্যাই নলব খোজে । কিন্তু মণ্টুৱে উপায়ন্তৰ হৈ প্ৰায় জোৰকৈয়ে কণ্ঠহাৰ সন্ধ্যাৰ ভেনিটি বেগত সোমাই দিয়ে। সন্ধ্যাই খঙতে ভেনিটি বেগ নিজ হাতৰ পৰা অফিচ টেবুলত দলিয়াই থোৱাৰ দৰে থয় । এনেতে ছাপ্ৰাচী সোমাই আহে কিবা গম পালে ভাবি লাজতে দুয়ো থত্মত্ খায় আৰু সাবধান হয় । মণ্টুৱে ছাপ্ৰাচীৰ পিনে ৰঙা চকু নিক্ষেপ কৰে ]

ছাপ্ৰাচী—চাহাবৰ সৈতে এজন ভদ্ৰলোকে দেখা কৰিব খোজে ।

[ মণ্টুৱে চাপ্ৰাচীৰ কথাৰ উত্তৰ নিদিয়ে । ৰাগান্বিত ভাবে কিবা ভাবত ব্যস্ত থকা যেন দেখা যায় ]



সন্ধ্যা—আহিলোঁ !

( নিজ ইচ্ছাতে ভেনিটি বেগ এৰি প্ৰস্থানোদ্যম )

মণ্টু —সন্ধ্যা ! তোমাৰ ভেনিটি বেগটো ভুলতে এৰি গলা যে, (চাপ্ৰাছী থকা বাবে সন্ধ্যাই উত্তৰ দিবলৈ একো ভাবি নাপাই হঠাতে কয় )

সন্ধ্যা—ভেনিটী বেগ ! অ' পাহৰিছিলোঁ ।

[ লগে লগে মণ্টুৱে বেগটো মেজৰ পৰা তুলি নি সন্ধ্যাৰ হাতত দিয়ে ! চাপ্ৰাচীয়ে কিবা ভাবে বুলি সন্ধাই বিনা আপত্তিত বেগতো গ্ৰহণ কৰে ]

সন্ধ্যা—আহিলোঁ ।

মণ্টু —শুনাচোন সন্ধ্যা ।

সন্ধ্যা—কি ?

মণ্টু —বহুদিন তোমাৰ গান শুনা নাই । আজি গধুলিকৈ আহিবা চোন !

সন্ধ্যা—মোৰ শৰীৰটো আজি বৰ ভাল নহয় । গতিকে···

মণ্টু —শৰীৰ বেয়া যদি তোমাক আনিবলৈ মোৰ কাৰ (car) পঠিয়াই দিম ।

সন্ধ্যা—নালাগে । ( প্ৰস্থান )

[ মণ্টুৱে এটি হুমুনিয়াহ কাঢ়ি ইফাল সিফাল কৰিব ধৰে। চাপ্ৰাছীয়ে পৰিস্থিতিৰ কিছু গম পাই ভয়ে ভয়ে কয় ]

ছাপ্ৰাচী—চাহাব ।

মণ্টু —ননচেঞ্চ ( Nonsence )।

চাপ্ৰাছী—বাহিৰত বৈ আছে চাহাব।

মণ্টু —তোৰ মৰাশটো বাহিৰত বৈ আছে। ষ্টুপিদ্ গেট্ আউট ( Stupid, Get out ). বৰ ব্যস্ত! সময় নাই বুলি কৰ।

[ বিষন্ন মনে চাপ্ৰাছীৰ প্ৰস্থান। খং মনেৰে মণ্টুৱে ইফাল সিফাল কৰি ভাবে। ]

মণ্টু—( স্বগতঃ ) এনেয়ে হলে হাহোঁ হাহোঁ কৰে ৰঙা গোলাপটি, চিঙিবলৈ গলে হয় ফেটি সাপটো। উঃ—বৰ ভাল লগা নাই। গাঁটো অলপ টঙাই লওঁ।

[ মণ্টুৰে Calling bell বজাই আৰু চাপ্ৰাছীৰ প্ৰবেশ ]

চাপ্ৰাছী—চাহাব।

মণ্টু— ড্ৰিঙ্ক্ ( Drink ).

[ চাপ্ৰাছীৰ চেলাম দি প্ৰস্থান। মদৰ বটল, চৌদাপানীৰ বটল আৰু গ্লাচ লৈ পুনৰ প্ৰবেশ। বস্তবোৰ দি আকৌ প্ৰস্থান। মণ্টুৱে গ্লাচত মদ ঢালি পিবলৈ আৰম্ভ কৰে ]

মণ্টু — কি তৃপ্তি! সংসাৰত জীয়াই থাকিবলৈ হলে—লাগে আনন্দ—লাগে সৌন্দৰ্য্য উপভোগ—লাগে ভোগ বিলাস। আৰ্ণ মানি এণ্ড বি মেৰি ( Earn money and be merry ). টকা আৰ্জ্জা আৰু সংসাৰৰ সকলো মজা উপভোগ কৰা।



শোকৰ কবিতা ৰচি
তুধাৰী চকুলো মচি
নকৰা জীৱন মিছা
নিশাৰ সপোন।

মোৰ হাতত সুৰাৰ পিয়লা কাষত সন্ধ্যাৰ সুমধুৰ গান। আ'—হাঁ কি মধুৰ কল্পনা! তুমি আহা সন্ধ্যা। অভিমান নকৰিবা।

[ এনেতে সাবিত্ৰীৰ প্ৰবেশ। সাবিত্ৰীক দেখি মণ্টুৰে থত্মত্ খোৱা যেন ভাব দেখুৱায়। দুয়ো দুয়োৰো চকুলৈ কিছু সময় তীক্ষ্ণ দৃষ্টিৰে চাই থকা দেখা যায় ]

সাবিত্ৰী—অফিচ ৰুমৰ ভিতৰত এইবোৰ আপুনি কি কৰিছে?

মণ্টু— অফিচ! অফিচটো চাৰি বজাতেই বন্ধ হল! তদুপৰি ই মোৰ ঘৰৰেই একাংশ। ঠিয় হৈ ৰ'লা কিয় সাবিত্ৰী? বহা! কিবা দৰ্কাৰ থাকিলে—কোৱা।

[ সাবিত্ৰীয়ে ঠিয় হৈ থাকিয়েই কয় ]

সাবিত্ৰী—আপুনি এইবোৰ নাখাও বুলি কৈছিল নহয়?

মণ্টু — কেতিয়া!

সাবিত্ৰী—ইমান সোনকালে পাহৰি গল নে?

এটা কথা আপোনাক সুধিব পাৰোঁনে ?

মণ্টু— কোৱা ! সহজ বাখ্যাৰে বুজাবলৈ চেষ্টা কৰিম ।

সাবিত্ৰী—সন্ধ্যাৰ লগত আপোনাৰ কেনে সম্বন্ধ ?

মণ্টু— সন্ধ্যা—মোৰ অফিচৰ টাইপিষ্ট্ ( Typist ) অৰ্থাৎ লেডী টাইপিষ্ট্ ( Lady typist )।

সাবিত্ৰী—তেন্তে অফিচৰ ( Discipline ) ডিচিপ্লিন্ ভঙ্গ কৰি তাইৰ লগত কিহৰ এইবোৰ হতালি বতালি ?

মণ্টু— কেনে ?

সাবিত্ৰী—আপোনাৰ প্ৰত্যেকটো খোজৰ বৈ থকা চিহ্ন মোৰ চকুত পৰিছে । সন্ধ্যা আপোনাৰ কি হয় । আপুনি বিবাহিত হৈ লোকৰ অবিবাহিতা ছোৱালীৰ ওপৰত কিয় এনে অন্যায় ব্যৱহাৰ ? নাৰীয়ে পৰ-পুৰুষৰ মুখৰ পিনে চালে হয়—অসতী, দুঃ চৰিত্ৰা, আৰু পুৰুষে হাজাৰ কুকাণ্ড কৰিলেও—বোধ হয় একোৱেই নহয় । এয়ে নে আপোনাসকলৰ সভ্যতা ।

মণ্টু— ( অতি খঙেৰে ) সাৱধান সাবিত্ৰী । তুমি মোক সভ্যতাৰ ব্যাকৰণ শিকাবলৈ নাহিবা । পুৰুষক শাসন কৰিব খোজে নাৰীয়ে ।—চমৎকাৰ—এয়েনে স্বামীৰ ওচৰত স্ত্ৰীৰ সৎ ব্যৱহাৰ ?

সাবিত্ৰী—আপোনাৰ ৰঙা চকুলৈ ভয় কৰিলে কাম নচলিব । কালিৰ পৰা সন্ধ্যাক ইয়ালৈ অহা বন্ধ কৰি দিব



লাগিব । ছিঃ কি লাজ । মানুহে জানিলে কব কি ?

মণ্টু— অবাবত তৰ্ক নকৰিবা সাবিত্ৰী । মই কি এনে বেয়া কাম কৰিছো—যে মানুহে মোক নিন্দা কৰিব । এটা দুখীয়া পৰিয়ালে ভাত কাপোৰৰ কাৰণে হাহাকাৰ কৰি ফুৰিছিল । একমাত্ৰ এই মণ্টু দাসৰ বাহিৰে কোনেও সিহতক চকু মেলি চোৱা নাছিল ।

সাবিত্ৰী—সকলো বুজোঁ, দুৰ্ব্বলতাৰ সুযোগ লৈ—হিতকাঙ্খীৰ মুখা পিন্ধি—এটা নিৰিহ পৰিবাৰৰ সৰ্ব্বনাশ কৰিব খুজিছে আপুনি ?

মণ্টু —উঃ ! বন্ধ কৰা ! গুছি যোৱা । নহলে—

সাবিত্ৰ—নহলে কি কৰিব ? শাস্তি ! দিয়ক, শাস্তি দিয়ক !

মণ্টু— উঃ অসহ্য, ইমান স্পৰ্দ্ধা !

সাবিত্ৰী—স্পৰ্দ্ধা নহয় ! স্পষ্ট বাদিতা !

মণ্টু —স্পা-ষ্ট-বা-দি-তা ! [ মণ্টুৱে খঙতে সাবিত্ৰীৰ গাত খুণ্ডা মাৰি গুছি যায় সাবিত্ৰী পৰি যায় ]

সাবিত্ৰী উঃ ভগৱান !

—দৃশ্যপট—

# প্ৰথম অঙ্ক

## —দ্বিতীয় দৃশ্য—

সন্ধ্যা, ভোলা, উষা, সাবিত্ৰী, তুলু ।

[ সন্ধ্যাহঁতৰ ঘৰৰ একাংশ ! বিয়লি বেলিকা ।
সন্ধ্যাই হাৰমনিয়মত হাত বুলাই গীত গায়,
এনেতে ভোলাৰ প্ৰবেশ ]

### —গীত—

যদি প্ৰলয়ৰ ধুমুহা নামে
পূজাৰ দেউল মোৰ নিয়ে উৰুৱাই ।
প্ৰেম যমুনাৰ হৃদয় তীৰত
থাপিম তোমাক চিৰ দিনলৈ ॥
শত মিলনেৰে কত গান প্ৰিয়,
ৰচিছো গুপুতে মই
হৃদয় পিপাসা জাগি আছে মোৰ
তুমি আছা উজ্জলাই ॥
তথাপিও হায় পাষাণ ধৰণী
নুবুজে প্ৰাণৰ ভাষা ॥
কাল ধুমুহাই আশাৰ প্ৰদীপ
দিয়ে কিয় নুমুৰাই ॥



ভোলা— সন্ধ্যা ।

[ ঘৰৰ পৰা সন্ধ্যা ওলাই আহে ]

সন্ধ্যা— অ' ভোলা ককাইদেউ ! বহক । আপুনিতো ভুল কৰি হলেও আমাৰ ঘৰৰ ফালে আহিবলৈ এৰিলে । [ভোলা বহে]

ভোলা— অৱশ্যে ভালেমান দিন এইপিনে আহিব পৰা নাই । আৰ্ট স্কুলখনৰ কাৰণেই বৰকৈ চেষ্টা কৰি আছো ।

সন্ধ্যা— সঁচাকৈয়ে এখন আৰ্ট স্কুল আমাৰ ইয়াত বৰ দৰ্কাৰ । অইন অইন জাতিয়ে আমাৰেই নৃত্যকলা, গীত-মাত ধাৰ কৰি নি, ৰহণ লগাই বেলেগ ৰূপ দি আমাতেই বিকিছে ।— ভোলা ককাইদেউ ! অহা কালি এই সম্বন্ধে এখন সভা হব বুলি খবৰৰ কাকতত পঢ়িছো ।

ভোলা— সেই সভাত তুমি কিন্তু গীত গাব লাগিব !

সন্ধ্যা— মইনো কি গীত জানো ?

ভোলা— (হাঁহি) নজনা কাৰণেই তোমাৰ কথা সকলোৰে কৈছে । সভাৰ নিদৃষ্ট বক্তা কোন জানানে ?

সন্ধ্যা— নাজানো ককাইদেউ ! কোন নো ?

ভোলা— তুমি কমল শৰ্ম্মাৰ নাম শুনিছা নিশ্চয় ?

সন্ধ্যা— কাকতে পত্ৰে বহুবাৰ শুনিছো । মানুহ জনৰ ছবি-খনো খবৰৰ কাকতত দেখিছো ! বৰ ধুনীয়া !
( এনেতে চুচুক চামককৈ তুলুৰ প্ৰবেশ )

তুলু— (ভোলাৰ পিনে চাই) বাইদেৱে সেই ছবিখন কি কৰিছে জানে ভোলা ককাইদেউ? বটিয়াকৈ ব্লেডেৰে কাটি নি "সপোনৰ সুৰৰ" মাজত থৈ দিছে।

ভোলা— তইতো কম নহয় তুলু। মনে মনে কথা শুনি আছিলি নেকি?

তুলু— বেচি শুনা নাই, অলপমানহে শুনিবলৈ পালোঁ। কমল দাদাৰ নামটো কাণত থহ্‌কৈ সোমাল—ময়ো হস্তক্ষেপ কৰিবলৈ সুযোগ পালো। সঁচাকৈয়ে ভোলা ককাইদেউ কমল শৰ্ম্মা কিযে আচৰিত মানুহ। সিদিনা মই তেখেতৰ লগত কথা পাতি আছোঁ, তেওঁ মোৰ মুখলৈ চাই চাই মোকেই আকি পেলালে। আৰু-আৰু কি আকিলে জানে?

ভোলা— (উৎসুক হৈ) কি আকিছে?

তুলু— বাইদেৱে খং কৰিব, নকওঁ।

সন্ধ্যা— মই খং কৰা কোনোটো কথা তই আজিলৈ প্ৰকাশ নকৰাকৈ থকা নাই?

ভোলা— আৰু কমল শৰ্ম্মাই ছবি অঁকাৰ লগত সন্ধ্যাৰ আকৌ কি সম্বন্ধ!

সন্ধ্যা— মইতো তেখেতক চিনিয়েই নাপাওঁ।

তুলু— কিন্তু মোকতো চিনি পায়।

সন্ধ্যা— অ' তোক চিনি পায়, তাৰ পিছত।



ভোলা— অ' ক'ছোন কি ছবি আকিছে?

তুলু— বাইদেউৰ ছবি আকিছে।

সন্ধ্যা— [আচৰিত হৈ] মোৰ ছবি?

তুলু— হু' তোৰেই ছবি।

সন্ধ্যা— কিন্তু মোকটো তেখেতে দেখাই নাই!

তুলু— সেইখিনিতেই আৰ্টিষ্টৰ বাহাদুৰী। কমল শৰ্ম্মাৰ মূৰটো তোৰ মোৰ দৰে এলাপেচা ধৰণৰ মূৰ নহয়, সেইটো আৰ্টিষ্ট শৰ্ম্মাৰ মূৰ। তেখেতে মোৰ মুখলৈ চাই তোৰ ছবিখন আকি পেলালে। একেবাৰে এক্‌জাক্ট (Exact) হৈছে। ছবিখন মোৰ জেপতে আছে।

[ সন্ধ্যাই ছবিখন চাই আচৰিত হয় ]

ভোলা— এৰা অলপ আচৰিত যেনেই লাগিছে।

তুলু— বাৰু ভোলা ককাইদেউ! আৰ্টিষ্ট বিলাকৰ মূৰবিলাক অলপ ঢিলা নেকি?

ভোলা— কেনে?

তুলু— তেখেতৰ লগত কথা পাতিবই নোৱাৰি। কিবা ধৰণৰ কিছুমান প্ৰশ্ন সোধে। মই হলে মাথামুণ্ড একো বুজি নাপাওঁ। অ' বাইদেউ কথা এটা আছে। (সন্ধ্যাৰ কাণৰ কাষত ফুচ্‌-ফুচাই কয়।) কালি পুৱাতেই লাগিব! নহলে নহব কিন্তু!

[প্ৰস্থান]

ভোলা— কি লাগে তাক ?

সন্ধ্যা— থওক তাৰ লগা নলগাৰ কথা। কালি বোলে ক'ৰবালৈ পিক্‌নিক্ ( Picnic ) খাবলৈ যাব। পইছা লাগে !

ভোলা— 'অ' !— সচাকৈয়ে অপূৰ্ব্ব চিন্তা শক্তি এই কমল শৰ্ম্মাৰ। মোকো সময়তে একোতা অদ্ভুত প্ৰশ্ন সোধে।

সন্ধ্যা— তেখেতক এদিন আমাৰ ঘৰলৈ আনিবচোন। তেখেতৰ কথা কিছুমান শুনিবলৈ মোৰ বৰ আগ্ৰহ হৈছে।

ভোলা— বাৰু। তোমাৰ শুৱদী গীত শুনাবলৈ এদিন নিশ্চয় আনিম। হয়তো শৰ্ম্মা এদিন তোমাৰ অতিকৈ নিজৰ মানুহ হৈ পৰিব। সোঁতত ভাহি অহা নাও হয়তো তোমাৰ ঘাটতেই এদিন চাপিব।

সন্ধ্যা— [লাজ কৰি] কি যে, কয় আপুনি। অলপ বহক ভোলা ককাইদেউ! মই একাপ চাহ লৈ আহোঁ।

[এফালে দি সন্ধ্যাৰ প্ৰস্থান আন ফালেদি উষাৰ প্ৰবেশ]

উষা— ভোলা বোপা আহিছা? পিছে মই কোৱা কথাটোৰ কিবা চেষ্টা কৰিলানে বোপা ?

ভোলা— বোধহয় কৃতকাৰ্য্যও হম পেহীদেউ।

উষা— তোমাৰ মুখত ফুল-চন্দন পৰক বোপা ?

( সন্ধ্যাৰ পুনঃ প্ৰবেশ )

সন্ধ্যা— চাহখিনি খাওক ককাইদেউ।

ভোলা— দিয়া।



উষা— যা সন্ধ্যা! এখন তামোল কাটি লৈ আহ গৈ !

[ সন্ধ্যাৰ প্ৰস্থান ]

তাৰ পাছত লৰাজননো কেনেকুৱা বোপাই। সন্ধ্যাৰ লগত ভাল হবনে।

ভোলা— যদি ঈশ্বৰে কামটো হবলৈ দিয়ে, সন্ধ্যাক ভাগ্যৱতী বুলিব লাগিব পেহীদেউ। তেখেত এজন বিখ্যাত শিল্পী। অকল শিল্পীয়েই নহয়, সুশ্ৰী, সৎচৰিত্ৰবান আৰু সাহসী পুৰুষ !

উষা— তোমালোকৰ ভালেই মোৰো ভাল বোপা। যুৱতী ছোৱালী ঘৰত ৰখা বৰ দায়িত্বৰ কথা বোপা।

সন্ধ্যা— তামোল খাওক ভোলা ককাইদেউ।

ভোলা— দিয়া ! [তামোল খাই] সেৱাহে এতিয়া পেহীদেউ ! আহিলো সন্ধ্যা।

উষা— মাজে সময়ে আহি থাকিবা বোপা !

ভোলা— বাৰু আহিম ! ( প্ৰস্থান )

উষা— সন্ধ্যা! মইও অলপ মণ্টু দাসৰ ঘৰলৈ যাওঁ। ( প্ৰস্থান )

সন্ধ্যা— ক—ম—ল নামটো কি মিঠা ! তেওঁক জানো মই পাম ? ( প্ৰস্থান )

—পট পৰে—

# প্ৰথম অঙ্ক

## তৃতীয় দৃশ্য

—কমলৰ ছবি আঁকা ঘৰ—

—কমল, ৰমেণ, একাদশী, সুবোধ, আৰু ভোলা—

[ কমলৰ ছবি অঁকা ঘৰ। ঘৰটোত কেইবাটাও সুন্দৰ নৃত্য ভঙ্গিমাৰ মূৰ্ত্তিৰ ছবি। এফালে কমলে ৰঙ্গমঞ্চৰ উপযোগী পট এখন অঁাকি থকা দেখা যায়। দৃশ্য পটখন গাওঁৰ মাজেদি বৈ যোৱা এখন নদীৰ ছবি। ৰঙ্গমঞ্চৰ (Back ground) দৃশ্যপট খনকে কমলে অঁাকি থকা যেন দেখুৱাব পাৰি। কমলৰ ওচৰতে এখন সৰু মেজৰ ওপৰত কিছুমান ৰং আৰু তুলি। তেওঁ একান্ত মনে ছবি আঁকি থাকে আৰু মাজে মাজে অলপ পিছুৱাই আহি তীক্ষ্ণ দৃষ্টিৰে নিজ হাতে অঁকা দৃশ্য পটৰ অঙ্কণ পৰীক্ষা কৰে। এনেতে ৰমেণৰ প্ৰবেশ ]



ৰমেণ—কমল! দৃশ্য পটৰ কাম আৰু কিমান বাকী?

কমল—( তন্ময় হৈ অঁাকি থাকে )

ৰমেণ—কমল—!

কমল—অ' ৰমেণ আহিছা—।

ৰমেণ—অঙ্কণৰ কাম আৰু কিমান বাকী?

কমল—( অঙ্কণত নিমগ্ন থাকি ) কব নোৱাৰো।—এতিয়াও অলপ বাকী।

ৰমেণ—কিন্তু অহা নিশাতেই যে অভিনয়। আজিয়েই শেষ কৰিব নোৱাৰিলে লাজত পৰিব লাগিব যে—।

কমল—লাজৰ কথা কি আছে ৰমেণ! আঁকিয়েইটো আছোঁ।

ৰমেণ—তুমি কোৱা কি কমল? তোমাৰ নতুন দৃশ্যপটেৰে অভিনয় কৰা হব বুলি চাৰিওফালে প্ৰচাৰ হৈ গৈছে। হয়তো, এই দৃশ্যপট চাবলৈ কিমান শিল্পী আহিব। তদুপৰি আমাৰ শিল্পী সমাজৰ তৰফৰ পৰা তোমাৰ কাৰণে এটা পুৰস্কাৰো দিহা কৰা হৈছে।

কমল—পুৰস্কাৰ? —কিয় ৰমেণ?

ৰমেণ—তোমাৰ সন্মানৰ অৰ্থে—।

কমল—সন্মান আৰু পুৰস্কাৰৰ উদ্দেশ্যলৈ মই এই চিত্ৰপট অঁকা নাই ৰমেণ।

ৰমেণ—তেন্তে তোমাৰ উদ্দেশ্য কি?

কমল—নদীৰ বহল বুকুৰেদি ধীৰে ধীৰে বৈ যায় পানী। উদ্দেশ্য কি?

ৰমেণ—সাগৰৰ লগত মিলিবলৈ—।

কমল—পূব আকাশত বেলি উদয় হয়। উদ্দেশ্য কি ?

ৰমেণ—ঠিক্ নাজানোঁ।—হয়তো পৃথিবীত পোহৰ বিলাবলৈ

কমল—ময়ো ভাবো ৰমেণ। প্ৰকৃত শিল্পী তেৱেঁই যাৰ উদ্দেশ্য সাগৰ—যাৰ উদ্দেশ্য পোঁহৰ।

ৰমেণ—কিন্তু ইয়াৰ ভিতৰটো এটা কথা আছে কমল।

কমল—কোৱা।

ৰমেণ—দহজনৰ উৎসাহতহে কৰ্ম্মীৰ কৰ্ম্মৰ প্ৰেৰণা জাগি উঠে।

কমল—কেনে ?

ৰমেণ—তুমি শিল্পী। তোমাৰ সাধনাক আমি যদি প্ৰসংশা নকৰো বৰঞ্চ উদাসীনহে হওঁ—তেন্তে হয়তো তোমাৰ কৰ্ম্মৰ প্ৰেৰণা দোঁ খাই যাবও পাৰে।

কমল—( ঈষত হাহি ) ভুল বুজিলা ৰমেণ। মদপীয়ে কিয় মদ খায় জানা ?

ৰমেণ—মদপীয়ে মদ নাখালে থাকিব নোৱাৰে।

কমল—প্ৰকৃত শিল্পীৰ শিল্পও তেনেকুৱাই কিবা এটা—। বুকু ভৰা নদীৰ জলস্ৰোতৰ অবাধ গতি ৰোধ কৰিব নোৱাৰি।

ৰমেণ—কিন্তু বননিৰ সুগন্ধি ফুল চিৰ অনাদৃতহৈ মৰহি যায়।

কমল—হব পাৰে অনাদৃত—কিন্তু গুণৰ তুলনাত হীন নহয়।

[ ক্ষন্তেক নীৰব। কমলে দুখোজমান পিছুৱাই আহি দৃশ্যপট তীক্ষ্ণ দৃষ্টিৰে আকৌ এবাৰ চায় ]



কমল—অঙ্কণৰ কাম প্ৰায় শেষ। চোৱাচোন কৰবাত খুত ৰল নেকি ?

ৰমেণ—( ভালকৈ চাই ) ক'তো একো খুত নাই কমল। সচাকৈয়ে কমল, তোমাৰ অঙ্কণত আছে বিশ্ব কৰ্ম্মাৰ অপূৰ্ব্ব কৌশল। চিত্ৰপট নহয়—যেন বাস্তব প্ৰকৃতিৰ মনোৰম সৌন্দৰ্য্যহে।

কমল—ৰমেণৰ বাক্য শক্তি আৰু আচৰিত।

ৰমেণ—মই যাওঁ কমল। লগে লগে অভিনয়ৰ বাকী কাম বোৰো সমাধা কৰোঁগৈ

( একালেদি ৰমেণৰ প্ৰস্থান, আন ফালেদি একাদশীৰ প্ৰবেশ )

একাদশী—এটা খবৰ আছে বাপাদেউ !

কমল— কি একাদশী ?

একা— বৰ জৰুৰী খবৰ বাপাদেউ।

কমল— তেন্তে কৈ নেপেলাৱ কিয় ?

একা— নকওঁতেই পেলাই দিব খোজেনে ?

( অলপ কাঁহি মাতটো উলিয়াই )

একা— লাহে লাহে কওঁ বাপাদেউ। বৰ জৰুৰী খবৰ। তেনেই পেলাই দিয়া বস্তু নহয়।

কমল— কি কবি, কৱ।

একা— ( আকৌ কাঁহি মাৰে )—কি—ন্তু—

কমল— কিন্তু কি ?

একা— কিন্তু একো নহয় বাপাদেউ।

কমল— তেন্তে-- ?

একা-- তে—ন্তে, কি—ন্তু—অলপ লাজ লাজ লাগে দেখোন বাপাদেউ । অকল মইহে কোৱা মানুহ সংসাৰত জীয়াই আছোনে ? এহ্—শুনিবই নহয় ।

কমল— একাদশী ।

একা— বাপাদেউ ।

কমল— নালাগে তোৰ জৰুৰী খবৰটো । নুশুনিলেও চলিব

একা— আপুনি খং কৰিলে নেকি বাপাদেউ ?

কমল— তোৰ কাম নাই হবপায় । সেয়েহে মোৰ লগত পেংলাইখন কৰিবলৈ আহিছ । ছবি বন্ধাবলৈ যে দিছিলো হৈছেনে নাই ?

একা— হোৱা নাই বাপাদেউ ।

কমল— ছবিৰ দোকানলৈ গৈ খবৰ কৰিছিলি নে ?

একা— আজি দেখোন তুবাৰো গলো বাপাদেউ । কালিহে বোলে দিব ।

কমল— ইমান পলম কৰে কিয় ?

একা— কিনো কম দোকানীৰ মাহাত্ম্যৰ কথা বাপাদেউ খেকাৰ খোৱা দোকানীটোৱে কাম বন এৰি গাজা টানি টানি বহি থাকে । মুখৰে চিঞৰি থাকে—

বোম্ বোম্ বাবা কৈলাশপতি ।
হৰ হৰ শিৱ শঙ্কৰ বোম্ বোম্ ॥

চিলিমটো যেনেকৈ হোপামাৰি ধৰে বাপাদেউ—



চিলিম চিডি যাব খোজে নহয় । —আৰু মোক সোধে কি জানে বাপাদেউ । মোক সোধে—খাবিনেকি অ' একাদশী বাবা ভোলানাথৰ প্ৰসাদ......... ।

কমল— তই গাজা খাৱ নেকি একাদশী ?

একা— শ্ৰীবিষ্ণু, শ্ৰীবিষ্ণু । নাখাওঁ বাপাদেউ ! মূৰটো ৰাই-জাই কৰে দেখোন । এ—এ পিছত খবৰটো নুশুনিলে দেখোন । খবৰটোৰ ওজন বৰ বেচি বাপাদেউ । ইমান ডাঙৰ বোজা এটা কিমান সময় কঢ়িয়াই লৈ ফুৰিম বাপাদেউ !

কমল— নকৱ কিয় ?

একা— যেই সেই খবৰ নহয় বাপাদেউ । আপুনি পকা মিঠৈ খুৱাব লাগিব ।

কমল— খুৱাম বাৰু । কৱ এতিয়া ।

একা— আপুনি এতিয়াও শুনা নাইনে ?

কমল— শুনিলেনো তোক পইচা ভাঙি পকামিঠৈ খুৱাব খোজোনে ?

একা— তেন্তে মোৰেই ভাগ্যত পকামিঠৈ । বাপাদেউ ! মনদি শুনক ।

( আকৌ অলপ কাঁহ মাৰি মাততো উলিয়াই লৈ )

একা— অহা মাহতে বিয়া নহয় ।

কমল— কাৰ বিয়া একাদশী ?

একা— আপুনি নজনাই হ'লনে ? আপোনাৰ বাপাদেউ ।

কমল— মোৰ বিয়া ? মোৰ বিয়াৰ কথা মই নজনাকৈ তই কেনেকৈ জানিলি ।

একা— ( নিজৰ কাণ দুখন চুই ) এই কাণ যাৰে তাৰে কাণ নহয় বাপাদেউ ? একাদশীৰহে কাণ । মোৰ কাণ দুখনক ধন্যবাদ দিয়ক বাপাদেউ । মানে কথা হৈছে বাপাদেউ—আপোনাৰ দেউতাৰৰ লগত আপোনাৰ বন্ধু ভোলা বাপাদেউৰ এই সম্বন্ধে বৃহত্ আলোচনা হৈছে আৰু মই এই কাণেৰে শুনিছোঁ ।

কমল— কি শুনিছা ?

একা— যি শুনিছোঁ—শুনিছোঁ বাপাদেউ । অহা মাহতেই —অহা মাহতেই বিয়া ।

কমল— কাৰ লগতনো বিয়া ?

একা— কি অবুজ বাপাদেউ আপুনি । স্বয়ং আপোনাৰ লগত্

কমল— মোৰ লগত কাৰ বিয়া ?

একা— কিনো কওঁ। কইনাজনীৰ নামটোও নাজানো । কিয় বাপাদেউ ? আপুনি এইখিনিও নুবুজে নে ? আপোনাৰ শহুৰৰ জীয়েকৰ লগত ।

কমল— ( ফুটাই হাঁহি ) যেনে মানুহ তেনে কথা । একাদশী

একা— বাপাদেউ ।

কমল— মোৰ শহুৰনো কোন ?

একা— বাপাদেউ ? আপোনাৰ শাহুয়েৰাৰ গিৰিয়েক অৰ্থাৎ কইনাজনীৰ দেউতাক ।



কমল— কইনাজনীনো কোন ?

একা— এহ্ ! মই একাদশীক ইমানবোৰ কথাৰ পেচত পেলাই কিয় চেপি মাৰে বাপাদেউ । কইনাজনী হ'ল দবাজনৰ যৈণীয়েক । অৰ্থাৎ যিজনীক আপুনি বিয়া কৰাব ঠিক সেইজনীয়েই ।

( এনেতে সুবোধ শৰ্ম্মাই নেপথ্যৰ পৰা মাতে )

সুবোধ— কমল !

কমল— দেউতা আহিছে একাদশী !

একা— হয় বাপাদেউ । তেখেতক মোৰ বৰ ভয় লাগে । কাম বন এৰি ইফালে অহাবাবে কিবা খং কৰিবও পাৰে । মই লুকাও বাপাদেউ ।

( এফালেদি একাদশীৰ প্ৰস্থান আৰু আন ফালেদি সুবোধৰ প্ৰবেশ )

কমল— অসময়ত কিয় আহিল দেউতা ?

সুবোধ— কামৰ লগত সময় অসময় নাই কমল ।

কমল— আপোনাৰ শীৰৰ বৰ দুৰ্ব্বল দেউতা ।

সুবোধ— এৰা দুৰ্ব্বল । কেতিয়া কি হয় ঠিক নাই । তোৰ মুখলৈ চাই মই জীয়াই আছোঁ কমল । তই যেতিয়া পানী কেছুৱা অৱস্থাত তেতিয়াই তোৰ আয়েৰ ঢুকাল । হায় অদৃষ্ট । তই জন্ম পোৱাৰ এমাহৰ ভিতৰতে আমাক সঙ্গীহীন কৰি তোৰ আয়েৰ গুচি গল কমল । সচাকৈয়ে গুচি গ'ল

মেঘৰ আৱত থকা কোনোবা এখন অজান ৰাজ্যলৈ।
উঃ—মোৰ সেই ৰঙ্গিণ দিনবোৰ গল কলৈ ?

( ঘনাই উশাহ-নিশাহ লবলৈ ধৰে )

কমল— দেউতা আপুনি বৰ ক্লান্ত।

সুবোধ— এৰা ক্লান্ত। সিদিনাৰে পৰা তোক বুকুত সাবটি লৈ এই বুঢ়া বয়সত উপনিত হৈছোঁ।

কমল— পুৰণি কথা সুঁৱৰি মনত বেজাৰ কৰিলে লাভ নাই দেউতা।

সুবোধ— কোনো লাভ নাই কমল। মোৰ নিচিনা কঠুৰা হৃদয় বোধ হয় অতি কম মানুহৰে আছে। যাত্তক সেইবোৰ কথা। তই আনন্দ শৰ্ম্মাৰ নাম শুনিছনে ?

কমল— শুনা নাই দেউতা।

সুবোধ— নুশুনিবৰ কথাই। শৰ্ম্মা ঢুকাবৰ আজি কেবা বছৰো হ'ল। মই যেতিয়া কাঠৰ কাৰবাৰ কৰিছিলো তেতিয়া আনন্দ শৰ্ম্মাই সপৰিবাৰে সেই ঠাইতেই ফৰেষ্টাৰৰ চাকৰি কৰি আছিল।

সুবোধ— তই মাতৃহাৰা হৈছিলি যদিও তোক মাতৃৰ লালন-পালন কৰিছিল এজনী উদাৰমনা নাৰীয়ে— যাৰ উপকাৰ মই জীৱনত পাহৰিব নোৱাৰো। সেইজনী হ'ল আনন্দ শৰ্ম্মাৰ স্ত্ৰী। তাৰ পিছৰ সময়ৰ সোতঁত ভাহি মই গলোঁ। আনন্দ শৰ্ম্মাৰ



সঙ্গ এৰি পাটনালৈ। তোৰ বয়স তেতিয়া আঠ বছৰ মাত্ৰ। এদিন হঠাতে আনন্দ শৰ্ম্মাৰ এখন চিঠি পালো তেখেতৰ এজনী কন্যা উপজিছে। সেই চিঠিতেই তেওঁ আনন্দ প্ৰকাশ কৰি প্ৰস্তাৱ কৰিছিল যে ছোৱালী জীয়াই থাকিলে উপযুক্ত সময়ত তোমালৈ বিয়া দিব। মইও আনন্দেৰে উত্তৰ দিছিলো যে ভগবানে কৰিলে আপোনাৰ প্ৰস্তাৱ মই নিশ্চয় কাৰ্য্যত পৰিণত কৰিম। সেই চিঠিৰ বয়স আজি ওঠৰ বছৰ। একেবাৰে পাহৰি গৈছিলো কমল।

কমল— তাৰ পিছত কি হল দেউতা।

সুবোধ— সিদিনাৰ কথা। তোৰ বন্ধু ভোলাৰ মুখৰ পৰা শুনিলো। শৰ্ম্মাৰ বিধবা স্ত্ৰী ছোৱালীজনীৰে সৈতে গুৱাহাটীত থাকে। পুৰণি স্মৃতি মনত পৰি মনটো নাচি উঠিল। লৰি গলো ভোলাৰ সৈতে সিহঁতৰ ঘৰলৈ। ওঠৰ বছৰীয়া অনুপস্থিতিৰ দিনবোৰৰ লগত চিনাকি হলোঁ। হাঁহিলো-কান্দিলো আৰু দেখিলো সেই কেচুৱাটি আজি পূৰ্ণ যুৱতী। ৰূপে-গুণে লক্ষ্মীস্বৰূপা। মন আনন্দত নাচি উঠিল। মোৰ প্ৰতিজ্ঞা ৰক্ষা কৰি বিবাহৰ সকলো বন্দবস্ত সমাধা কৰি আহিলোঁ। কমল, এই সম্বন্ধ আজিৰ নহয়। আশা কৰোঁ মোৰ প্ৰতিজ্ঞা

পালনত সহায় কৰিবি । অহা মাহতেই বিয়া ।
ভোলাৰ লগত এদিন সিহঁতৰ ঘৰলৈ যাবিচোন ।
কেতিয়া মৰো ঠিক নাই কমল । শৰীৰৰ বান্ধ ঢিলা
হৈ আহিছে । উঃ বৰ ভাগৰ লাগিছে । যাওঁ—হে
ভগৱান তোমাৰ ইচ্ছাই পূৰ্ণ হওক ।

( একালেদি সুবোধ শৰ্ম্মাৰ লাহে লাহে প্ৰস্থান আন ফালেদি একাদশীৰ প্ৰবেশ)

একা— বাপাদেউ ! মোৰ কথাটো সঁচানে ? এতিয়া মোৰ পকা মিঠৈ ।

কমল— এইয়া ল, এটকা ।

একা— ( টকা লৈ ) বাপাদেউ ! আপোনাৰ জহতে আজি পেট পুৰাই পকা মিঠৈ খাম । সৌ প্ৰেমলালৰ দোকানৰ সন্দেশ নাখাও বাপাদেউ । সেই বেটাৰ দোকানৰ সন্দেশত বস্তাই বস্তাই চেনী । বৰপেটীয়া চেনীৰামৰ সন্দেশবোৰ হলে বাপাদেউ কিনো কম খাই থাক খাই থাক ।

একা — তাৰ নামটোহে চেনী কিন্তু সন্দেশত হলে বাপাদেউ—চেনীৰ খুদ-কণ এটাও পাবলৈ নাই ।

কমল— হৈছে । এতিয়া যা ।

একা— যাওঁ বাপাদেউ । বিয়াৰ দিনাখন কিন্তু—হায়ৰে হায় । ( জিভা টকলীয়াই )। মই অপদাৰ্থই বিয়াৰ আগতেই আশীৰ্ব্বাদ দিলো বাপাদেউ । আপুনি



যেন বছৰৰ ভিতৰতে সন্তানৰ শ্ৰীমুখ দেখা পায় ।

( এনেতে ভোলাৰ প্ৰবেশ )

ভোলা— ল'ৰা নে ছোৱালী সন্তান অ' একাদশী ?

একা— ইচ্ ৰাম ৰাম । আপুনিও মনে মনে শুনিছে আছেনে ? এটা কাইঁ-কুইঁ মাৰি সোমাই নাহিল কিয় ? মোৰ বৰ লাজ লাগিছে এক৷ ।

ভোলা— এইটো কোনো লাজৰ কথা নহয় কচোন কৰ ।

একা— ( লাজতে নিজৰ চকু-মুখ ঢাকি মুখ ঘূৰাই প্ৰস্থানোদ্যম ) হয় বাপুকণ, নহয় আইকণ । ( প্ৰস্থান )

কমল— ভোলা ভাই । দেউতাৰ মুখৰ পৰা সকলো শুনিলোঁ । এতিয়া মোৰ কৰ্ত্তব্য কি ?

ভোলা— অতি সহজ । বাস্তৱতে কমল ! তোমালোক আৰু সন্ধ্যাহঁতৰ ভিতৰত যে ইমান কথা লুকাই আছে—মুয়ো নাজানিছিলোঁ ।

কমল— বলা বন্ধু । ওৰে দিনটো ঘৰৰ ভিতৰতে থাকি আমনি লাগিছে । লুইতৰ পাৰেদি এপাক ফুৰি-য়েই অহা যাওঁক ।

ভোলা— এৰা তুমি আৰ্টিষ্ট ( Artist ) নৈৰ পাৰে পাৰে কিছু আৰ্টৰ খোৰাক পাবও পাৰা, বলা ।

( দুয়োৰো প্ৰস্থান )

**আৰু কাপোৰ**

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

—মণ্টু, চাপ্ৰাছী, সন্ধ্যা, ডুপ্লে, নৰেণ, উষা, সাবিত্ৰী—

[ মণ্টুৰ ঘৰৰ বাদ সুসজ্জিত বৈথকখানা। অতি আধুনিক ধৰণেৰে কোঠাটো সজোৱা আছে। একাষে এটি টেবুল অৰ্গেন মণ্টুৱে চিন্তাযুক্ত ভাবে ইফালে সিফালে ঘূৰি থকা দেখা যায়। ]

মণ্টু— ( হাত ঘৰীটো চাই ) সন্ধ্যা দেখোন এতিয়াও আহি নাপালে। ( এনেতে সন্ধ্যাৰ প্ৰৱেশ )

অ' তুমি আহিছা সন্ধ্যা। কেইদিন মান তোমাক নেদেখি চিন্তিত হৈ আছো সেয়েহে জৰুৰী খবৰ দি মতাই অনালোঁ। বহা।

সন্ধ্যা— তদুপৰি আপোনাৰ সৈতে মোৰো এটি জৰুৰী দৰকাৰ আছে।

মণ্টু— দৰকাৰতো নিশ্চয় থাকিব। তোমাৰ বিপদত মই আৰু মোৰ বিপদত তুমি। পিছে টকাৰ দৰকাৰ নেকি? লাগিলে ছুমাহ মানৰ দৰমহা আগধন হিচাপে লোৱা। দিমনে এতিয়াই।



সন্ধ্যা— নালাগে। ধনীয়ে টকাৰেই জগতৰ সকলো সমস্যাৰ সমাধান কৰিব বিচাৰে—কিন্তু ভুল।

( ভেনিটীবেগৰ পৰা এখন কাকত উলিয়াই মণ্টুৰ আগত দি )

সন্ধ্যা— এইয়া লওক এইখন দৰ্খাস্ত। আপোনাৰ অফিচৰ চাকৰি আজিৰ পৰা এৰি দিলোঁ।

মণ্টু— ( কপট হাঁহি মাৰি ) এইখন দিয়াৰ কোনো দৰকাৰেই নাছিল সন্ধ্যা। কিবা অসুবিধাৰ বাবে যিমান দিনলৈ হলেও অনুপস্থিত থাকিলেও দৰমহা নিয়মিত ভাবেই পাই থাকিবা। কিন্তু আজি তোমাক বৰ শুকান যেন দেখা গৈছে। বাৰু, সেই আধুনিক গীতটো এবাৰ গোৱা সন্ধ্যা। গানটো তোমাৰ মুখেদি মোৰ কাণত বৰ মধুৰ লাগে।

সন্ধ্যা— ক্ষমা কৰিব দাস। মোক যাবলৈ দিয়ক।

মণ্টু— বাৰু নালাগে আজি গীত গাবলৈ। বেচি মিঠা খালে পেটত কেচু হয়। কিন্তু এটা কথা সন্ধ্যা।

সন্ধ্যা— কি?

মণ্টু— লাজ নকৰাতো সুধিলে—তোমাৰ বিয়াৰ কিবা কথা বতৰা—।

সন্ধ্যা— আহিলোঁ দাস। মোৰ অইন কাম আছে।

( প্ৰস্থানোদ্যম )

মণ্টু— ওৱান মিনিট প্লিজ (One minute please) সন্ধ্যা? শুনাচোন।

সন্ধ্যা— কি ?

মণ্টু— কালি এবাৰ আহিবাচোন। এটা জৰুৰী কথা আছে। বুজিছানে ?

সন্ধ্যা— (খংঙেৰে) বুজিছোঁ। আহিলোঁ। ( বেগেৰে প্ৰস্থান )

( মণ্টুৱে চিগাৰেট হুপি চিন্তাযুক্ত ভাবে ইফালে সিফালে ঘুৰি ফুৰে এনেতে চাপ্ৰাছীয়ে সৰু কাৰ্ড এখন মণ্টুৰ হাতলৈ আগবঢ়াই দি ঠিয় হয় )

মণ্টু— ( কাৰ্ডখন পঢ়ি চাই ) অ' বোম্বাই ডুপ্লে চাহাব। চো-হিম ইন্ (Show him in) আহিবলৈ কৱ।

( চাপ্ৰাছীৰ চেলাম দি প্ৰস্থান। ক্ষন্তেক পিচতেই ডুপ্লেৰ প্ৰৱেশ। ডুপ্লেৰ হাতত এটা এটাচিংবাদ কেচ্ থাকে)

ডুপ্লে— গুড্ মৰ্নিং ( Good morning ) মিষ্টাৰ দাস।

মণ্টু— গুড্ মৰ্নিং ডুপ্লে। বহক। ডিব্ৰুগড়ৰ পৰা আহিল হবপায়। ( হুয়ো বহে )

ডুপ্লে— ইয়েচ্ দাস্ আজ ম্যায়নে ষ্টাৰ্ট কৰেগা কেলকাতা। তাৰ পিছত দিল্লীসে একদম্ বোম্বাই। আপোনাৰ সাথ কামখানি শেষ কুৰিবলৈ পুৰিলে, বেচ্ আসাম কা কাম খতম্। এক্চ্কিউজ মি প্লিজ ( Excuse me please ) ম্যায় অলপ উলুপ অসমীয়া ভাষা কবলৈ পাৰিছে হ্যায়। ভুল হোনেছে মাফ্ কিজিয়ে মিঃ দাস।

মণ্টু — অসমীয়া ভাষা ভালকৈ বুজি পায়তো ?



ডুপ্লে— বুজি পাইছে—লেকিন ভালকৈ বলিবা নাপাৰে। অসমীয়া বুলি শিকিবলৈ আমাৰ বুৰু ইণ্টাৰেষ্ট ( interest )। আই লাইক টু লাৰ্ণ অল দি প্ৰাইম লেঙ্গুয়েজেচ্ অব্ ইণ্ডিয়া ( I like to larn all the Prime Languages of India ) ম্যায় অসমীয়া ভাষা কিছু কিছু জানিছে। বেঙ্গলী জানিছে, নেপালী, হিন্দি, উৰ্দ্দু মাদ্ৰাজী তেলেগু চব্ ভাষা কবলৈ পাৰিছে।

মণ্টু— আপোনাক এজন ভাষাবিদ বুলিও কব পাৰি তেনেহলে। বাৰু আমাৰ অসমখন কেনেকুৱা দেখিলে ?

ডুপ্লে— আপ্লোগকা আসামত বিউটিফুল ( Beautiful ) চাহবাগান আছা। তেলকা পুং আছা। কয়লা কা খনি আছা। নেচেৰেল্ বিউটি ( beauty ) ভি বহুত আচ্ছা আছা। আসাম ইণ্ডিয়াকে গুলাৰকা বাগান আছা।

মণ্টু— আৰু এটা অসমৰ ভাল বস্তু আছে। সেইটো হৈছে—অসমৰ এৰি আৰু মুগা সিল্ক।

ডুপ্লে— হা। এইটো বঢ়িয়া বস্তু ছিজ্ আছা। ইণ্ডিয়ামে নাম আছা। লেকিন্ অসমীয়া যিবোৰ ধনী মানুচ আছা—কাৰবাৰমে টাকা খৰছ কুৰিবলৈ ভুই কৰা। তাৰ বাবে আসামৰ ডাঙৰ ধনী কাৰবাৰী বুৰ

বিদেশী। ৰেল মিঃ দাস। নাউ লেট্ আচ্ ডু আৱাৰ ৱাৰ্ক (Now let us do our work)

( চামৰাৰ এটাচিককেচৰ পৰা ডুপ্লে এখন কাকতৰ ফাইল উলিয়ায়। লগে লগে মণ্টুৱে কলিং বেল বজায় আৰু চাপ্ৰাছীয়ে আহি চেলাম দি ঠিয় হয়।)

মণ্টু— ( চাপ্ৰাচীলৈ চাই ) প্ৰাইভেট চেক্ৰেটৰী।

( চাপ্ৰাছীৰ চেলাম দি প্ৰস্থান ক্ষন্তেকতে ফাইল লৈ নৰেণৰ প্ৰবেশ )

মণ্টু— ডুপ্লেৰ হিচাপটো বাহিৰ কৰা নৰেণ।

ডুপ্লে— ( এখন কাগজ উলিয়াই ) আভিতক আপোনাৰ নামচে আহিছে। ৩৫,৮৬২ টাকা ৭৫ নয়া পইছাকা মাল।

( ডুপ্লে হিচাপৰ কাগজ খন দাসৰ হাতত দিয়ে দাসে নৰেনৰ হাতত দিয়ে )

মণ্টু— হিচাপ ঠিকনে নৰেণ ?

নৰেণ— ( মিলাই চাই ) একেবাৰে মিলি গৈছে চাৰ।

মণ্টু— ( চেক্ লিখি দি ) এইয়া লওক মিঃ ডুপ্লে।

ডুপ্লে— মেনি ঠেঙ্কচ (Many thanks)। পিছত আপোনাৰ ঠিকাদাৰি কি ৰকম চলিছে।

মণ্টু— ভালেই চলিছে কিন্তু ব্ৰাইব ( Bribe ) দিওতেই আধ্যাপৰে।

ডুপ্লে— নহয় মিঃ দাস। যিমান দিনলৈ ব্ৰাইব (Bribe) কা প্ৰথা আছে চিমান দিনলৈ ঠিকাদাৰিৰ মৌজভি



আছে। এক হাজাৰ ব্ৰাইব ( Bribe ) দিলে বিশ হাজাৰ লাভ। ঔৰ কিয়া। ( হাত ঘড়ী চাই ) মাই গদ্ ( My god ) চাৰিটা বাজিল। বিদায়। ( Good bye ) মিঃ দাস।

মণ্টু— গুদ্ বাই (Good bye)। নৰেণ ! তুমি ডুপ্লে চাহাবক আগবঢ়াই থৈ আহা।

নৰেণ— ইয়েছ চাৰ (Yes Sir)

( এফালেদি নৰেন আৰু ডুপ্লেৰ প্ৰস্থান, আন ফালেদি উষাৰ প্ৰবেশ )

উষা— মণ্টু বোপা। এটা জৰুৰী কথাৰ কাৰণে লৰি আহিলোঁ।

মণ্টু— আপুনি ইমান কষ্ট কৰি নাহি সন্ধ্যাক পঠালেই হল হয়।

উষা— আজি এটা বিশেষ কাৰণতহে অহা হ'ল। সন্ধ্যাৰ দ্বাৰা সকলো কাম সম্ভৱপৰ নহয় বোপা।

মণ্টু— নহব কিয় ? সন্ধ্যাতো এতিয়াও সৰু ছোৱালী এজনী হৈ থকা নাই। —বাৰু কওঁকচোন।

উষা— বোপা ! তোমাৰ অনুগ্ৰহতেই জুপুৰী পজাটিত বাস কৰি আছোঁ। কিন্তু মানুহৰ ফুচ্-ফাচ্ কথা কাণত পৰিলেহে—

মণ্টু— ফুচ্-ফাচ্ কথা ?

উষা— হয় বোপা। সন্ধ্যা ব্ৰাহ্মণ যুৱতী তোমাৰ ইয়ালৈ অহাযোৱা কৰে—মানুহে কত কথা কয়।

মণ্টু— মানুহবোৰ পগলা সিহঁতে নকয় কি ? গছতো গৰু তুলি দিয়ে। সিহঁতৰ কথালৈ কাণ দিয়ে কিয় ?

উষা— সেই বাবেই কৈছো বোপা ! যুৱতী ছোৱালী বেচি দিনলৈ ঘৰত ৰখা মানে জুই একুৰা বুকুত বান্ধি ৰখা।

মণ্টু— হওতে হয়।

উষা— তুমি কমল শৰ্ম্মা নামৰ লৰাজনক চিনি পোৱা বোধহয়, সুবোধ শৰ্ম্মাৰ লৰা। তেওঁৰ লগতেই সন্ধ্যাৰ বিবাহৰ কথা-বতৰা আজি পকা হ'ল।

মণ্টু— এইটো কেনে কথা ? আপুনি মোক কথা দিছিল। সন্ধ্যাৰ বিবাহৰ মালিক--মই।

উষা— তুমিয়েতো মালিক বোপা। তোমাৰ সহায় সহানুভূতি আশা কৰিয়েই বিয়াৰ বন্দবস্ত কৰা হ'ল।

মণ্টু— আপোনাৰ পেচ লগা কথাৰ মই অৰ্থ বিচাৰি নাপাওঁ। মই নিজেও সৰল মানুহ—আনৰ কথাও সৰল ভাবেৰে গ্ৰহণ কৰোঁ। সন্ধ্যাৰ বিয়া যদি মোৰ ওপৰতেই, তেন্তে মই নজনাকৈ তেওঁৰ বিবাহৰ বন্দবস্ত হয় কেনেকৈ ? সেই কমলনে অমল সন্ধ্যাৰ উপযুক্ত পাত্ৰনে ? সেই অপাত্ৰত সন্ধ্যাক দান কৰাৰ অৰ্থ কি জানে ? সন্ধ্যাৰ সৰ্ব্বনাশ কৰা আৰু মোৰ উচ্ছ আশাৰ মুৰত বাম টাঙোন মাৰা।



উষা— বাওনা হৈ আকাশ চুবলৈ নোখোজোঁ বোপা। কপালত সুখ থাকিলে তাতেই পাব। তদুপৰি মানুহৰ কাণ বাগৰা কথা।

মণ্টু— কি ?

উষা— কবলৈ লাজ লাগে বোপা। সন্ধ্যা তোমাৰ ভনিটীৰ দৰে মৰমৰ, কিন্তু হিংসুক মানুহৰ মিছা অপবাদ। সন্ধ্যাক বোলে তুমি বিয়া—

মণ্টু— মই বিয়া কৰাম। হেঃ! বেচ্ কথা। মানুহে যদি তাকেই কয়, কওক কবলৈ দিয়ক।

উষা— তুমি কি কৈছা বোপা ?

মণ্টু— মানুহৰ কথাকেই কৈছোঁ।

উষা— মানুহে ব্ৰাহ্মণ যুৱতীৰ কলঙ্ক ৰতিব আৰু তুমিও সিহঁতক সমৰ্থন কৰিবা ? মই একো নুবুজিলোঁ বোপা।

মণ্টু— আপুনি বেচি বুজাৰটো কোনো দৰকাৰ নাই। মুঠতে এইখিনিকে জানি থওঁক সন্ধ্যাৰ সুখ-দুখৰ গৰাকী মই আৰু ইয়াকেই মানি লবলৈ আপোনাকো অনুৰোধ কৰিছোঁ।

উষা— তোমাৰ কথাৰ অৰ্থ বিচাৰি পোৱা নাই বোপা। তুমি আমাৰ হিতাকাঙ্খী। ইয়াকেই বুজোঁ। কিন্তু এবাৰ প্ৰতিজ্ঞাত আবদ্ধ হৈ মুখ ফিৰাব নোৱাৰোঁ বোপা। লাগিলে বেয়াই পালা।

মণ্টু— আপুনি স্বইচ্ছাই সাগৰত ডুব দিলে মই কি কৰিব পাৰোঁ। কিন্তু সাৱধান।

( খঙেৰে মণ্টুৰ এফালেদি প্ৰস্থান আৰু আন ফালেদি সাবিত্ৰীৰ প্ৰবেশ )

সাবিত্ৰী—সাগৰৰ তলিতহে হীৰা মুক্তা পোৱা যায় পৰ্ব্বতৰ গুহাত নহয়। ভগবানে যি কৰে মঙ্গলৰ বাবেহে কৰে। শুভ কাম শিঘ্ৰে কৰাই মঙ্গল।

উষা— ( কন্দনামুৱা হৈ ) আই সাবিত্ৰী। মই ধোৱা-কোৱা দেখিছোঁ আই। মণ্টু বোপাই শুভ কামত বিৰোধিতা কৰে কিয় আই ?

সাবিত্ৰী—তেখেতৰ ওপৰত কোনো অন্যায় ধাৰণা নকৰিব।

উষা— আইটী। মোক যেন সন্ধ্যাৰ কিবা অমঙ্গলৰ আগন্তুকে বেৰি ধৰিছে। মোক বিপদৰ কাল ৰাহুৱে ইতিকিং কৰিছে। মনেৰে গঢ়া সুখৰ দেউল মনতেই যেন চিৰাচিৰি হৈ ফাটি গল। মই কি কৰো সাবিত্ৰী ?

সাবিত্ৰী—এজনী যুৱতীৰ জীৱনলৈ আপোনালোকে খেলা নেখেলিব। বন্তী নুমাই থৈ এন্ধাৰত খেপিয়াই নমৰিব। আহক। সন্ধ্যাৰ বিয়াৰ সকলো দায়ীত্ব মই ললোঁ। আহক।

( দুয়োৰো প্ৰস্থান )

# দ্বিতীয় অঙ্ক

## দ্বিতীয় দৃশ্য

—কমল, ভোলা, একাদশী, আৰু ৰমেণ—

( কমলৰ ছবি অঁকা ঘৰ তেওঁ ঠিয়
হৈ নৃত্য ভঙ্গিমাৰ এটি নাৰী মূৰ্ত্তি
আঁকি থাকে। অঙ্কণৰ কাম
প্ৰায় শেষ হৈ আছে। ওচৰতে
এখন সৰু মেজত নানা
ৰঙৰ পাত্ৰ আৰু তুলি।
এনেতে ভোলাৰ
প্ৰবেশ )

ভোলা— কমল ! তুমি এতিয়াও ছবি আঁকিয়েই আছা ? বঢ়িয়া লোক তুমি ভাই। আজি আমাৰ কি প্ৰগ্ৰেম (Programme) আছিল ?

কমল— কি আছিল ভোলা ?

ভোলা— বাঃ। সন্ধ্যাহঁতৰ ঘৰলৈ যোৱা কথা নাছিল জানোঁ ?

কমল— অ' আছিলতো। মই পাহৰা নাই। ছবিখনৰ কাম অলপ বাকী—

ভোলা— তোমাৰ কথাত ভৰষা নাই কমল, তুমি জানা মাথো তুলি আৰু ৰং, ছবি আৰু ভঙ্গিমা। চোৰাচোন বিয়ালৈ আছে মাত্র সাত দিন। কন্যা চাবলৈ নিজৰ গৰজততো নগলাই—তেওঁলোকে নিজে মাতি পঠিয়াইছে—যাও বুলি কথা দিছা—এনেস্থলত লৰাৰ ধেমালীখন কৰিলে মানুহে কি বুলিব।

কমল— ৰবা ভোলা! খোপাত ফুলটো পিন্ধাই দিও। কোৱাচোন, কি ফুল দিলে ধুনীয়া হব।

ভোলা— বিয়াৰ পিছত যিমান পাৰা ফুল গুজি দি থাকিবা। এতিয়া ওলোৱা সোনকালে। সময় নিচেই তাকৰ।

কমল— এখন্তেক।

ভোলা— খোপাত ফুল, গলত মালা কাণত কেৰু, হাতত খাৰু পিন্ধাওতে পিন্ধাওতে যোৱাৰ ফালে আধ্যা পৰিব। (ৰমেণৰ প্রবেশ)

ৰমেণ— কমলৰ ছবিৰ প্রেমত তুমিও পৰিলানেকি ভোলা ভাই।

ভোলা— ৰমেণ! তুমি কমলক লৈ আহা মই সন্ধ্যাইতক খবৰটো দিওঁগৈ। (ভোলাৰ প্রস্থান)

ৰমেণ— কমল! কাপোৰ পিন্ধা।

কমল— (ছবি আঁকি আঁকি) একাদশী! অ' একাদশী! (একাকশীৰ প্রবেশ)

একা— বাপাদেউ!

কমল— বাকচ খুলি মোৰ নতুন পাঞ্জাবী চোলাটো আৰু ধুতিখন উলিয়াই দে একাদশী!



একা— কলৈনো যায় বপাদেউ?

কমল— (হাঁহি) শহুৰৰ ঘৰলৈ।

একা— অ' বুজিছো বাপাদেউ!

ৰমেণ— কি বুজিলি অ'

একা— আজি কালিৰ ডেকালৰাই যি বুজে।

ৰমেণ— আজি কালিৰ ডেকালৰাই কি বুজেনো?

একা— কবলৈ লাজ লাগে ৰমেণ বাপাদেউ।

কমল— কথা কওঁতেওঁ কিবা লাজ লাগেনে?

একা— তেনেহলে কও শুনক। আমাৰ গাওঁত তাহানি কালত এটা যাত্রাপার্টি আছিল। মকৰধ্বজ বায়ন হল তাৰ মেনেজাৰ?

ৰমেণ— মকৰধ্বজ?

একা— ভিতৰে ভিতৰে কিবা অইন নাম থাকিলেও নাজানোঁ। মানুহে কিন্তু তেওঁক মকৰধ্বজ বায়ন বুলিয়েই মাতিছিল। সেই মকৰধ্বজ বায়নৰ যাত্রা পার্টিৰ এটা গান আছিল বাপাদেউ। (নাচোনৰ ভঙ্গিত)

শহুৰৰ ঘৰলৈ দুয়োবেলা যাবাহে.
পকা পকা মিঠৈ বাৰে বাৰে খাবাহে"
প্রিয়াৰ মুখৰ হাঁহি মিঠা মিঠাহে
হাঁহিৰ মাজেদি লগালে লেঠাহে ॥

কমল— (হাঁহি) আৰু

একা— আৰু নাজানোঁ বাপাদেউ। ইমানেই মনত আছিল।

তাকে মনত পৰিলে কেতিয়াবা গুন গুনকৈ মনে মনে গাওঁ। এটা কথা আপোনাক কোৱাই নাই বাপাদেউ!

কমল— কি ?

একা— আপোনাৰ দেউতাৰ সৈতে সিদিনাখন কিন্তু তেখেত সকলৰ ঘৰলৈ গৈছিলোঁ। আপোনাৰ তেখেতকো দেখা পাইছোঁ—হু ।

ৰমেণ— কেনে দেখিলি একাদশী ?

একা— সাক্ষাত আই সৰস্বতী গোসানী। ৰূপ চাবানে গুণ চাবা। মুখখন চাবা নে ভৰিছুখনকে চাবা। আগ-ফাল চাবা নে পাচফাল চাবা। নাক, মুখ, চুলি, দাঁত কতো একো খুট নাই আইদেউৰ।

ৰমেণ— চুলিতাৰ নো কেনেকুৱা

একা— মেঘৰ দৰে কলা। আঠুত পৰা।

ৰমেণ— মুখখন ?

একা— মুখখন কি যেনেতেনে মুখ ৰমেন বাপাদেউ! স্বয়ং আই দূৰ্গা প্ৰতিমাৰ মুখ ( সেৱা জনায় )

ৰমেণ— নাকটো ?

একা— লোকেলবোৰ্ডৰ আলি ।

ৰমেণ— দাঁত ছুই পাৰি,?

একা— বালিচান্দাৰ দৰে চকচকিয়া বগা।

ৰমেণ— আৰু এটা কথা একাদশী। তোৰ বিয়াৰ আগতে ছোৱালী পচন্দ কৰিবলৈ গৈছিলিনে ?



একা— এঃ ৰাম ৰাম। বিয়াৰ আগতে ছোৱালী পচন্দ কৰিবলৈ যাম নালাগে বিয়াৰ পিচতো কথা-বতৰা পাতিবই পৰা নাছিলোঁ। দিনৰ বেলিকাও আই বোপাইৰ আগত ঘৈণীৰ শৰীৰৰ ছাঁটোকে দেখিব পোৱা নাছিলোঁ নহয়।

ৰমেণ— তাৰ পিছত ?

একা— বিয়াৰ বহুদিন পিছতেহে ঘৈণীৰ লগত মেল-মিটিং আৰু পছন্দা-পছন্দি হ'ল।

কমল— যা একাদশী! ধুতি-চোলা জোৰা—।

একা— যাওঁ বাপাদেউ! ( একাদশীৰ প্ৰস্থান )

ৰমেণ— একাদশী তলে তলে বৰ ৰসিক কমল।

কমল— এৰা তেনেকুৱাই। ( একাদশীৰ পুনঃ প্ৰবেশ )

একা— নতুন ধুতিখন আৰু পাটৰ নতুন চোলাটো দাপোন খটোৱা সেই দিৰেচিন্ টেবুলৰ ওপৰতে ৰাখিছোঁ। মই আহিলো বাপাদেউ! ( প্ৰস্থান )

কমল— ৰমেণ! ছবিখন কেনে হ'ল ?

ৰমেণ— ( কমলৰ হাতত ধৰি টানি ) সন্ধ্যাইতৰ ঘৰত বহুতো ছবি আছে। আহা এতিয়া কাপোৰ পিন্ধা।

কমল— ৰবাচোন ভাই ৰং আৰু তুলিবোৰ ভালকৈ থওঁ। ( ৰঙৰ তুলি ইত্যাদি সজাই থয় )

কমল— হৈছে—বলা—

ৰমেণ— আহা। ( ছুয়োৰো প্ৰস্থান )

**( পট পৰে )**

# দ্বিতীয় অঙ্ক

## তৃতীয় দৃশ্য

—মণ্টু, সন্ধ্যা, ছাপ্রাচী, নৰেণ, নাচনী, সাবিত্ৰী—

( মণ্টুৰ বৈঠকখানাত মণ্টু আৰু সন্ধ্যাই কথা পাতি থকা দেখা যায়। সন্ধ্যা ঠিয় হৈ আছিল আৰু মণ্টুৱে এখন চকিত বহি আছিল। কথা কোৱাৰ লগে লগে মণ্টুও সন্ধ্যাৰ নিচেই কাষতে ঠিয় হয়। )

সন্ধ্যা— সন্ধিয়া হ'ল। আহিলোঁ দাস।

( প্ৰস্থানোদ্যম )

মণ্টু— শুনা।

সন্ধ্যা— কি ?

মণ্টু— এতিয়াও তোমাক অনুৰোধ কৰিছো সন্ধ্যা। এই বিয়াৰ কথা পৰিত্যাগ কৰা। তুমি অবিহনে—।

সন্ধ্যা— মোৰ ভাল লগা নাই। মোক যাবলৈ দিয়ক।

( প্ৰস্থানোদ্যম )

মণ্টু— এখন্তেক। শুনা। সন্ধ্যা! এজনে যদি নদীৰ পানীত পৰি মৰণৰ মুখত পৰে আন এজনে জানোঁ পাৰৰ পৰা চাই থকা উচিত ?





সন্ধ্যা— ( খং কৰি ) উদ্ধাৰৰ ব্যৱস্থা নহলে পাৰৰ পৰা চাই থকাই উচিত।

মণ্টু— কেনে ?

সন্ধ্যা— এজনৰ কাৰণে আনজনে আত্মহত্যা কৰা মহাপাপ।

মণ্টু— তেন্তে তুমি জানোঁ কব খোজা সন্ধ্যা—মোৰ জীৱনৰ কোনো মূল্য নাই। জীয়াই থকাৰ মোৰ কোনো অধিকাৰ নাই ?

সন্ধ্যা— জীৱনৰ মূল্য নিৰূপণ আৰু অধিকাৰৰ কথা এফালৰ পৰা নাহে দাস, আপোনাৰ বহুমূলীয়া জীৱনৰ ওপৰত আপুনিয়ে কৰিছে কুঠাৰ আঘাত, অধিকাৰৰ অজুহাত দেখুৱাই কৰিব খুজিছে অনধিকাৰ প্ৰবেশ।

মণ্টু— অ—ন—ধি—কা—ৰ।

সন্ধ্যা— তাত অকণো ভুল নাই। অনধিকাৰ। সকলো যুক্তিৰেই মই দেখুৱাঁব পাৰো—আপুনি মোৰ জীৱনৰ ওপৰত, মোৰ ইচ্ছাৰ ওপৰত অনধিকাৰ প্ৰবেশ কৰিব খুজিছে।

মণ্টু— তথাপি—তথাপি সন্ধ্যা। তোমাৰ শত বাক্যবান, শত অপমান মই সহ্য কৰিম। তথাপিও তোমাৰ অধিকাৰ মোক লাগে। লাগিলে মোৰ সমষ্ট সম্পত্তিৰ অধিকাৰ তোমাক দিম।

সন্ধ্যা— কি নিচ মনোবৃত্তি আপোনাৰ। আপোনাৰ সন্মান ৰক্ষা কৰিব নোৱাৰিলোঁ দাস। হব পাৰে আপুনি ধনী,

বিদ্বান, ক্ষমতাবান—কিন্তু মনুষ্যত্বহীন, মদপী, পশু আপুনি ।

মণ্টু— সেয়ে হওঁক, —সেয়ে হওঁক সন্ধ্যা ।

(ইতিমধ্যে মণ্টুৱে লাইটৰ চুইচ্ অফ্ কৰি দিয়ে। ঘৰটো হঠাতে অন্ধকাৰ হৈ পৰে। লগে লগে মণ্টুৱে ঘৰৰ দুৱাৰ মুখত ঠিয় হৈ সন্ধ্যাৰ যোৱা বাট বন্ধ কৰি দিয়ে)

সন্ধ্যা— ইকি ? অন্ধকাৰ কিয় ? মোৰ বৰ ভয় লাগিছে। মই যাওঁ। মোক যাবলৈ দিয়ক ।

(ইতিমধ্যে সন্ধ্যাই মণ্টুৰ পৰা কিছু আঁতৰত ঠিয় হয় মণ্টুৱে সন্ধ্যাৰ ফালে এখোজ এখোজ কৈ আগুৱায় আৰু সন্ধ্যাই পিছুৱাই থাকে)

মণ্টু— কোনো ভয় নাই সন্ধ্যা। পোহৰত জিলিকি থকা নানান ৰংৰ প্ৰভেদ অন্ধকাৰে সমান কৰে। তোমাৰো সমাজনীতি, যুক্তি, ধৰ্ম, আদৰ্শ, যৌৱনৰ অহংকাৰ —এই সুন্দৰ অন্ধকাৰৰ গৰ্ভত মিলি যাওঁক । হাঃ হাঃ হাঃ। (সন্ধ্যাৰ নিচেই কাষলৈ আগুৱাই যায়)

সন্ধ্যা— (চিয়ৰি কয়) আহ্ । মই যাওঁ।

মণ্টু— কলৈ ? হাঃ হাঃ হাঃ। (সাবিত্ৰীৰ প্ৰবেশ)

সাবিত্ৰী— ইয়াত কিহৰ হাহাকাৰ। অন্ধকাৰ ?

(সাবিত্ৰীয়ে লাইট জলাই দিয়ে। মণ্টুৱে তৎক্ষণাত প্ৰস্থান কৰে, সন্ধ্যাই লাজ অপমান আৰু ভয়ত শিলৰ মানুহৰ দৰে ঠিয় হৈ থাকে)



সাবিত্ৰী—বুজিছোঁ। কোনো ভয় নাই সন্ধ্যা। আহা মোৰ লগতে।

(সাবিত্ৰীয়ে সন্ধ্যাক লৈ প্ৰস্থান কৰে। অলপ পিচতেই গম্ভীৰ ভাবে এখোজ এখোজকৈ মণ্টুৰ প্ৰবেশ)

মণ্টু— (মূৰ খজুৱাই ভাবি) এইজনীৰ কাৰণে, মই কোনো কামকেই কৰিব নোৱাৰোঁ। কি বিপদ। চাকৰহতে কিবা জানিলেই নেকি ? উঃ মোৰ মূৰটোও বৰ বেচিকৈ গৰমহৈ উঠিছিল নেকি ? (ভাবি ভাবি ইফাল সিফালকৈ থাকে এনেতে চাপ্ৰাচীৰ প্ৰবেশ)

ছাপ্ৰাচী—(চেলাম দি) চেক্ৰেটৰী ডাঙৰীয়া বাহিৰত ৰৈ আছে।

মণ্টু— অসময়ত কিয় ? সময় নাই। গুছি যাবলৈ কৰ।

ছাপ্ৰাচী—ভাল হুজুৰ। (প্ৰস্থানোদ্যম)

মণ্টু— (ভাবি তলমূৰাকৈ) শুন্ । আহিবলৈ কৰ ।

ছাপ্ৰাচী—ভাল হুজুৰ। (প্ৰস্থান)

মণ্টু— (তলমূৰাকৈ ভাবি) শুন। সময় নাই। যাবলৈ কৰ। ছাপ্ৰাচী! ছাপ্ৰাচী ক'তা সি গলেই। ছাপ্ৰাচী কেইটাও বাঢ়ি গৈছে। ইহঁতক খেদি দিব লাগে। ছিঃ, মোৰ মূৰটো গৰম হৈ উঠিছিল। (এনেতে নৰেণৰ প্ৰবেশ)

নৰেণ— চাৰ (Sir) !

মণ্টু— অসময়ত কিয় ? গেট্ আউট (get out).

নৰেণ— অৰ্থাৎ চাৰ (sir) !

মণ্টু— আঃ !

নৰেণ— আই গেট আউট চাৰ (I get out sir). (প্ৰস্থানোদ্যম)

মণ্টু— নৰেণ ! যোৱা কিয় ?

নৰেণ— চাৰ্। চাৰ্। ইয়েচ চাৰ। আ:ই গেট্ ইন্ (sir, sir, yes sir I get in).

মণ্টু— বাৰু, কোৱাচোন কি ?

নৰেণ— সেই মণিপুৰী নাচনীজনীৰ কথা যে কৈছিল—আনিছোঁ।

মণ্টু— কিয় ?

নৰেণ— চাৰ (sir) আজি নিশা—নাচৰ বাবে তাইক বন্দবস্ত কৰিবলৈ কৈছিল নহয়।

মণ্টু— তাতে কি হ'ল ?

নৰেণ— কি হ'ল নাজানোঁ চাৰ (sir)।

মণ্টু— আজি যাবলৈ কোৱা কালিলৈ—

নৰেণ— ইয়েচ্ চাৰ (yes sir) (প্ৰস্থানোদ্যম)।

মণ্টু— নাচনীজনী ক'ত ?

নৰেণ— আউট চাৰ্ মানে বাহিৰত ৰৈ আছে চাৰ sir

মণ্টু— অ—তেন্তে আহিবলৈয়ে কোৱা।

(নৰেণৰ দৌৰি প্ৰস্থান)

মণ্টু— নহয়। নালাগে আজি। যাবলৈ কোৱা। নৰেণ ! নৰেণ ! আঃ কথাটো শেষ নৌহওঁতেই গুছি গ'ল। ইহঁতে মোৰ ঘৰখনত জুই দিহে এৰিব। উঃ মোৰ মূৰটো—। (এনেতে নাচনী আৰু নৰেণৰ প্ৰবেশ)



নৰেণ— বৰ নাম কৰা নাচনী এইজনী চাৰ। অন্ততঃ তুই এপাক এওঁৰ ককালৰ পেচটো দেখিলেও জীৱন একেবাৰে সাৰ্থক।

মণ্টু— (নাচনীলৈ তীক্ষ্ম দৃষ্টিৰে চাই) বেচ্ বেচ, সুন্দৰ, কোন আছ ড্ৰিঙ্ক (Drink)

নৰেণ— নাচনী ! তপতে তপতে আৰম্ভ কৰা।

(ইতিমধ্যে ছাপ্ৰাচীয়ে মদখোৰা সজুলি দি যায় আৰু মণ্টুৱে পিবলৈ আৰম্ভ কৰে)

নাচনী— পঞ্চাচ লাগিব।

মণ্টু— হানৰেড্ (Hundred).

(জেপৰ পৰা টকা উলিয়াই নাচনীক দিয়ে টকা লৈ লগে লগে নাচনী নাচ আৰম্ভ কৰে)

মণ্টু— সুন্দৰ।

(নাচনীয়ে নাচি থাকে। মণ্টু আৰু নৰেণে মদ খাই থাকে। এনেতে তীক্ষ্ণ দৃষ্টিলৈ সাবিত্ৰীৰ প্ৰবেশ। হঠাতে অবস্থাৰ পৰিবৰ্ত্তন হয়। সাবিত্ৰীৰ ৰঙা চকুৰ ফালে চাই নাচনীৰ নৃত্যৰ চন্দ ভঙ্গ হয়। অৱস্থা বুজি পাই নৰেণে লাহে লাহে আঁতৰি প্ৰস্থান কৰে।)

নাচনী— (সাবিত্ৰীৰ ফালে কেৰাহীকৈ চাই) এওঁ কোন ডাঙৰীয়া ? এওঁ নাচে নে গীত গায় ?

সাবিত্ৰী— আঁতৰ হ সামান্য নাচনী।

নাচনী— আপোনাৰ ওচৰত বেচ অধিপত্য আছে এওঁৰ। নমস্কাৰ ! আহিলোঁ। দৰকাৰ হলে মতাব। (প্ৰস্থান)

সাবিত্ৰী— এইজনো বোধ হয় আপোনাৰ নতুন আবিষ্কাৰ।

মন্টু— মোৰ যি কোনো কাৰ্য্যতেই হস্তক্ষেপ কৰিবলৈ আৰম্ভ কৰিছা সাবিত্ৰী।

সাবিত্ৰী— মই বাধ্য হৈছোঁ। বাৰে বাৰে বাৰণ কৰা সত্বেও আপুনি মদ খায় কিয় ? অন্যান্য উপভোগৰ বস্তুৰে জানো পেট নভৰে।

মন্টু— তোমাৰ আপত্তিৰ কাৰণ কি ?

সাবিত্ৰী— মদ আপুনি খোৱা নাই মদেহে আপোনাক তিল তিল কৈ শেষ কৰিব ধৰিছে। মদে আপোনাৰ বিবেচনা শক্তি পুৰি পেলাইছে। জীৱনৰ বাটত কাইট ৰোপন কৰিছে। স্বামী-স্ত্ৰীৰ মধুময় সপোনক হত্যা কৰিছে।

মন্টু— সাবিত্ৰী !

সাবিত্ৰী— আপোনাক এই কটুবচন শুনাই মই নিজেই জৰ্জ্জৰিত হৈছোঁ। তথাপিও স্বামীক সৎ পথলৈ অনা স্ত্ৰীৰ মহান কৰ্ত্তব্য।

মন্টু— তোমাৰ আক্ষেপৰ কাৰণ মই বুজিছোঁ। নিৰ্দোষী নাচনী-জনীক খেদি দিলা। সন্ধ্যাক মোৰ গৰাহৰ পৰা উদ্ধাৰ কৰিলা। কিন্তু নোৱাৰিবা।

সাবিত্ৰী— এইবোৰ বলিয়াৰ প্ৰলাপ মাথো। দুদিন পিচতেই সন্ধ্যাৰ বিয়া খবৰ ৰাখিছেনে ?

মন্টু— আৰু এই বিয়াখনৰ তুমিয়েই প্ৰধানমন্ত্ৰী।

সাবিত্ৰী— হব পাৰে।



মন্টু— বি—য়া। হাঃ হাঃ হাঃ। বিয়া একোৱেই নহয়। সমাজৰ এটা ভ্ৰান্ত সংস্থাপন, নদীৰ আবাহমান স্ৰোত।

সাবিত্ৰী— বিয়া একোৱেই নহয় ? তেন্তে আপুনি মোক বিয়া কৰাইছিল কিয় ?

মন্টু— বিয়া কৰাইছিলোঁ—স্ত্ৰী হিচাবে গ্ৰহণ কৰিবলৈ কিন্তু চিৰদিনলৈ ভাল পাবলৈ নহয়।

সাবিত্ৰী— এইবোৰ বিলাটি বুদ্ধিৰে মোক সন্তুষ্ট কৰিব নোৱাৰে। বিবাহৰ অৰ্থ জানো দুদিনৰ ভাল পোৱা ? কেতিয়াও নহয়। স্ত্ৰীৰ যেনেকৈ স্বামী বিনে আন কোনো থাকিব নোৱাৰে স্বামীৰো স্ত্ৰী বিনে দ্বিতীয় থাকিব নোৱাৰে। দুয়োপক্ষই সেই স্বাধীনতাৰ পৰা বঞ্চিত।

মন্টু— বিবাহৰ অৰ্থ এনুৱা নহয় যে ব্যক্তি স্বাধীনতাৰ বিলোপ। এজনৰ আকাংক্ষা অভিৰুচিৰ ওপৰত আন এজনে বিধি পঠালি দি অনধিকাৰ প্ৰবেশ কৰিব নোৱাৰে।

সাবিত্ৰী— অনধিকাৰ প্ৰবেশ। হায় কপাল। এয়ে হবলা হিন্দু বিবাহৰ প্ৰকৃত অৰ্থ ?

মন্টু— কথাই কথাই হিন্দু বিবাহ। মেৰেজ দেম্ ইট্ (Marriage Dam it ) বিবাহ ৰসাতললৈ যাওঁক। মেৰেজ ইজ্ নাথিং বাট লিগেল প্ৰচ্‌টিটিউ্‌চ্‌ন্ (Marriage is nothing but legal Prostitution). বিবাহৰ প্ৰকৃত অৰ্থ সন্তান উৎপাদন।

সাবিত্ৰী— উঃ অসহ্য । তেন্তে কিয় এই নিৰীহ অবলাৰ সৰ্ব্বনাশ কৰিলে । কিয় মোৰ পবিত্ৰ হৃদয়ত বিষ ৰোপন কৰিলে ?

( সাবিত্ৰীয়ে দুহাতেৰে মন্টুৰ দুবাহুত ধৰি জোকাৰি কয় )

মোক শাস্তি নিদিব । মোক হত্যা কৰক ।

মন্টু— চুপ্ এৰি দিয়া সাবিত্ৰী ।

সাবিত্ৰী— ( আকৌ জোৰকৈ বাহুত ধৰি ) নহয়' আজিয়েই ইয়াৰ চুৰান্ত মীমাংসা হওক । মৰুৰ বালিত আৰু পানী নিবিচাৰো । পাৰভঙা নদীৰ পাৰত আৰু সুখৰঘৰ নাবান্ধো । পোহ নমনা চৰাইৰ বাবে সোণৰ বাহ নাসাজো । মোক মুক্তি দিয়ক ।

মন্টু— সাবিত্ৰী !

সাবিত্ৰী— চাল-বেৰ নোহোৱা ঘৰত মই বন্দী হৈ থাকিব নোখোজো । বনৰীয়া চৰাই হৈ ময়ো উৰি যাব খোজো শূন্যৰ মাজেদি । হয় মোক মুক্তি দিয়ক নহলে নিজ হাতে হত্যা কৰক ।

মন্টু— চুপ সাবিত্ৰী । অযথা চিৎকাৰ নকৰিবা ।

( সাবিত্ৰীয়ে হঠাতে মন্টুৰ ভৰিত ধৰি কয় )

সাবিত্ৰী— চিৎকাৰ নহয় প্ৰাণৰ আবেগ । খণ্ড বিখণ্ড হোৱা প্ৰাণৰ করুণ অৰ্ত্তনাদ । মোৰ মনটোক আপুনি কেতিয়াবাই হত্যা কৰিছে । মনহীন প্ৰাণৰ কোনো মূল্য নাই । তাকো হত্যা কৰক ।

মন্টু— সাবিত্ৰী ! ( মন্টুৱে "সাবিত্ৰী" বুলি মাতি কোবেৰে গুচি যায় সাবিত্ৰী পৰি যায় ।

আ ৰ কা পো ৰ

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

---একাদশী, দুলু, কমল, সন্ধ্যা, সুবোধ, ভোলা, কৃষ্ণকান্ত, ৰমেণ, নৰেণ, মন্টু, আৰু ডুপ্লে —

সুবোধ শৰ্ম্মাৰ ঘৰৰ আধুনিক ধৰণৰে সজোৱা বৈঠকখানা । পুতেক কমলৰ বিয়াৰ পিচত ওচৰ সম্বন্ধীয় ভদ্ৰলোকক নিমন্ত্ৰণৰ বাবে যথেষ্ট চকি আৰু সৰু মেজ সজোৱা আছে । মেজৰ ওপৰত ফুলদানী, পুতলা, খবৰৰ কাকত ইত্যাদি ধুনীয়া বস্তুবোৰ ৰখা হৈছে । একাদশীয়ে সেইবোৰ চাই—চিতি পৰিপাটিকৈ সজাই থকা অৱস্থাত দেখা যায় । কাম শেষ কৰি একাদশীয়ে জেপৰ পৰা এখন সৰু দাপোন আৰু কাকৈ উলিয়াই মূৰতো ফণিয়াই লয় ।

একাদশী— আজৰি সময় খিনিতে, একাদশীৰ শ্ৰীমুখখন এবাৰ চাই নললে, সময় আৰু কত ? ছেঃ — নাপিত বেটাক কৈছিলোঁ ফেনচি কাট দিবলৈ, সি বেটাই দিলে ইংলিচ কাট, এই আপদীয়া নাপিত কেইটাই

ফাকি দি পইচা নিয়ে। হয়—চুলিত কেচিখন লগাওঁতেই মূৰটো নষ্ট কৰিব বুলি একপ্ৰকাৰ বুজিয়েই পাইছিলোঁ। আজি কিমান ভদ্ৰলোক আহিব। এনেহেন দিনতো নাপিত কেইটাৰ অত্যাচাৰত অকণ চখ্ কৰিবলৈ উপাই নাই।

(ধুতি আৰু পাঞ্জাবী পিন্ধি তুলুৰ প্ৰৱেশ)

তুলু— (ককালত হাতদি) কিহৰ কাৰণে ইমান লচ্‌পচ্ একাদশীকা। উৎসৱ দেখোন ভিনিহিদেউতকৈ তোমাৰ গাতহে বেছিকৈ লাগিছে।

একা— এঃ। একাদশীয়ে অকণমান লচ্‌পচ্ কৰিলেই চকুত পৰে নহয়। পিছে তোমাৰ একা? আন দিনা দেখোন কোট পটলুনৰ প্ৰতাপত চিতিকাই পেলাব খোজা। যিহে পটলুনৰ ইস্তিৰী। কাষেৰে গলে গাৰ মঙহ কাটি পেলাব খোজে। পিছে আজি একা। একেবাৰে দৰাটো যেন হৈ আহিছা দেখোন।

তুলু— মই এইজোৰ পিন্ধিব নোখোজো বাইদেৱে জোৰকৈ পিন্ধাই দিলে। হাজাৰ হওঁক একাদশীকা কোট্ পেণ্টক কিন্তু নোৱাৰে। কোট পেণ্ট পিন্ধিলে গাতো অলপ স্মাৰ্ট স্মাৰ্ট (Smart, Smart) যেন লাগে, তুমিও পিন্ধি চাবাছোন এবাৰ, মই যদি মিছা কৈছো—।

একা— এ যোৰা যোৱা মইনা। বোলে কুৰি জনম গ'ল উদৰ কেচা মাছ খাই এতিয়া উদে তেল কিনিব যায়। (ভাবি) .... এৰা কথাটো বেয়া নহয় দেখোন।



বাপাদেউৰ ফটা কোট পেটলুন এজোৰ আছে। তাকেই...... এবাৰ চাব পাৰোঁ।

তুলু— বেচ একাদশীকা আজি তোমাক কোট-পেণ্ট পিন্ধাই বাইদেউ আৰু ভিনিহিদেউৰ ওচৰলৈ লৈ আহিম—হু—।

একা— (দুয়ো কাণত হাত দি) শ্ৰীবিষ্ণু! শ্ৰীবিষ্ণু! তেনে-কাম মোৰ দ্বাৰা কেতিয়াও হব নোৱাৰে মইনা। ঘৰৰ ভিতৰত দুৱাৰ খিড়িকি বন্ধ কৰিহে-বুজিছা। সৌৱা বাপাদেউ আৰু আইদেউ আহিব ধৰিছে। আইদেউক দেখিলে মোৰ নাকত লাজ লাগে মইনা। আহা আমি যাওঁ।

(দুয়োৰো প্ৰস্থান আন ফালেদি সন্ধ্যা আৰু কমলৰ প্ৰৱেশ

কমল— বাঃ—চোৱা সন্ধ্যা। একাদশীয়ে কেনে ধুনীয়াকৈ কোঠাটো সঁজাইছে।

সন্ধ্যা— শিল্পীৰ ঘৰ ধুনীয়া নহৈ নোৱাৰে।

কমল— ঠিক্ তোমাৰ দৰে ধুনীয়া হৈছে।

সন্ধ্যা— নহয় আপোনাৰ দৰেহে ধুনীয়া হৈছে।

কমল× এপাহী ফুল যদি তোমাৰ খোপাত পিন্ধাই দিয়া হয় তেনেহলে আৰু ধুনীয়া হব। ৰবা মই পিন্ধাই দিও। নপলবা আকৌ।

(সন্ধ্যাই আঁতৰি যাব খোজে কিন্তু কমলে হাতত ধৰি আনি ফুলদানীত সজাই থোৱা ফুলৰ পৰা এপাহী ভাল ফুল সন্ধ্যাৰ খোপাত গুজি দিয়ে)

কমল— বাঃ—। কিমান সুন্দৰ দেখা হৈছে। মোৰ তোমাক আঁকি পেলাবৰ মন গৈছে। এইয়া ৰং পেঞ্চিল আৰু কাকত মোৰ জেপতে আছে। ঠিক আছে। অলপ ঠিৰ হৈ ঠিয় হোৱা মই তৎক্ষণাত তোমাক আঁকি পেলাওঁ।

সন্ধ্যা— নালাগে।

কমল— কিয় ?

সন্ধ্যা— লাজ লাগে।

কমল— ৰবা তেনেহলে, লাজ খিনি অলপ সময় আঁতৰাই থওঁ। এনেকৈ ঠিয় হোৱাচোন।

(কমলে সন্ধ্যাক এটি সুন্দৰ নৃত্য ভঙ্গিমাৰে ঠিয় কৰাই দিয়ে)

কমল— হৈছে। অলপো লৰচৰ নকৰিবা দেই। সুন্দৰ এইবাৰ আকোঁ।

সন্ধ্যা— ইচ্ কোনোবাই দেখিলে।

কমল— অ' পাহৰিছোঁ। দুৱাৰখন জপাই থওঁ।

( দুৱাৰখন জপাই থয় )

কমল— এইবাৰ আকোঁ। ( সন্ধ্যাক আঁকিবলৈ ধৰে এনেতে সন্ধ্যাৰ চাঁদৰখন খহি পৰে )

সন্ধ্যা— চাঁদৰখন খহি পৰিল যে।

কমল— পৰক, আৰু ধুনীয়া দেখা হৈছে। ঠিৰ হৈ থাকা। অলপ সময়। ( কমলে আঁকি থাকে এনেতে সুবোধ বাহিৰৰ পৰা মাতে )

সুবোধ— কমল ! কমল !



সন্ধ্যা— ইচ্ দেউতা আহিছে। আৰু নোৱাৰোঁ।

( সন্ধ্যাই চাঁদৰখন ভালকৈ পিন্ধি প্ৰস্থানোদ্যম )

কমল— নষ্ট হৈ গ'ল। সন্ধ্যা।

সন্ধ্যা— দেউতা। যাওঁ। (সন্ধ্যাৰ প্ৰস্থান)

( কমলে দুৱাৰ খুলি দিয়ে—সুবোধ সোমাই আহে )

সুবোধ— কমল ! মণ্টু দাসক নিমন্ত্ৰণ কৰা হৈছেনে ?

কমল— হয় দেউতা। তেখেতৰ বন্ধু এজন বোম্বাইৰ পৰা আহিছে। তেখেতকোঁ মতা হৈছে।

সুবোধ— উত্তম। তই বোধহয় নাজান কমল ! মণ্টুদাস সন্ধ্যাহঁতৰ বিশেষ হিতৈষী। অলপ পিচতে সকলোৱে আহি পাব। যাওঁ খোৱা লোৱাৰ ব্যৱস্থাৰ ফালে চকু দিওঁগৈ।

( এফালেদি সুবোধৰ প্ৰস্থান আন ফালেদি সন্ধ্যাৰ প্ৰবেশ )

সন্ধ্যা—দেউতাই মণ্টু দাসৰ কথা কি কৈ গ'ল ?

সুবোধ— দেউতাই সুধিলে। মণ্টু দাসক নিমন্ত্ৰণ কৰা হৈছে নে নাই। —নকৰিম কিয় ? শুনিছো তেখেত তোমালোকৰ অতি বন্ধু মানুহ। অন্ততঃ তোমাৰ সন্মান ৰক্ষাৰ্থে তেখেতক মাতিবই লাগিব। নে কি কোৱা ? বাঃ তুমি নিমাত যে !

সন্ধ্যা— মই,—মই ভাবিছোঁ অন্য কথা।

কমল— কি ভাবিছা ?

সন্ধ্যা— কি ভাবিছোঁ জানেনে ? ভাবিছো—মই এতিয়া যাওঁদেই। ভিতৰত বহুতো কাম বাকী।

কমল— সন্ধ্যা ।

সন্ধ্যা— কি ?

কমল— কথাটো ফঁহিয়াই নকলা যে ।

সন্ধ্যা— কি কথানো ?

কমল— সেই কথা ।

সন্ধ্যা— (হাঁহি) অ' কওঁ শুনক । ভাবিছিলো পুৰুষৰ মন ।

কমল— কি ?

সন্ধ্যা— তিলকে তাল কৰা । ঢৌটোকে ৰৌটো কৰা । বুজিছে ।

কমল— উল্টা হ'ল । সেইটো নাৰীৰহে স্বভাৱ !

সন্ধ্যা— তেনেহলে মনে মনে থাকক । মই আহিলোঁ ।

কমল— শুনাচোন ।

সন্ধ্যা— আকৌ কথা ।

কমল— অন্ধকাৰ কৰি কলৈ যোৱা সন্ধ্যা ।

সন্ধ্যা— অন্ধকাৰ যদি দুটামান লাইট জ্বলাই আনোঁ !

কমল— চুপতি নহয় সন্ধ্যা । অমাৱস্যাৰ বিশাল আকাশ লক্ষ্য তৰাই জানো পোহৰাব পাৰে ?

সন্ধ্যা— তেন্তে কি লাগে ?

কমল— জোনৰ নিমজ পৰশ ।

সন্ধ্যা— বৰ তেনেহলে । বজাৰৰ পৰা এটি জোন কিনি লৈ আহোঁ । জোন আহি নোপোৱালৈকে আপুনি ভোটা তৰাটি হৈ ইয়াতে জিলিকি থাকক ।

(একালেদি সন্ধ্যাৰ প্ৰস্থান আন ফালেদি একাদশীৰ প্ৰবেশ)



একা— বাপাদেউ ! আপোনাৰ বন্ধুসকল আহিছে ।

কমল— একাদশী ! ময়েই তেওঁলোকক আগবঢ়াই লৈ আহোঁ । (প্ৰস্থান)

(একাদশীয়ে আকৌ এবাৰ মেজ চকিবোৰ চকু ফুৰাই চাই দুই এবিধ বস্তু সজাই লয় আৰু হঠাতে নিজে নিজে হাঁহিবলৈ ধৰে)

একা— মোৰ নামটো একাদশী—অৰ্থাৎ ভাগ্যত উপবাস । কিন্তু আজিৰ দিনটোলৈ চাই মোৰ নামটো হব লাগিছিল ভোগীৰাম বা পেটুৰাম বা মিঠাৰাম । অতিথিসকলৰ খোৱা-বোৱা কোনোমতে সিফলিয়া হৈ গলেই এই শ্ৰীমান পেটুৰামৰ পাল ! পায়স, ৰসগোল্লা, লুচি, মাংস, ৰৌ মাছৰ আঞ্জা আঃ কি সোৱাদ । (তকলিয়াই) এঃ জিভাৰ পানী পৰিছেই । (জুমি চাই) সৌৱা আহিলেই । অলপ ফিট্‌ফাট্ হওঁ ।

(একাদশীয়ে নিজ পোছাক এবাৰ চাই জেপত থকা সৰু দাপোণেৰে মুখখন চাই লয় । এনেতে ভোলা, কমল আৰু কৃষ্ণকান্তৰ প্ৰবেশ)

কমল— আহা বন্ধু ! হেলা নকৰি পৰ্ণকুটীৰত পদধূলি দিয়া বাবে—

কৃষ্ণ— ইমান অনুনয়-বিনয়ৰ দৰকাৰ নাই কমল । অতি ভক্তি চোৰৰ লক্ষণ । বুজিছা । পিছে তোমাৰ শ্ৰীমতীক এবাৰ দেখাৰ সৌভাগ্য হবনে ? বিয়াত আহিব

নেৰাবিলোঁ ভাই। প্ৰেচ ৰিপোৰ্টাৰৰ কাম জানাই-তো— মই তেতিয়া দিল্লীত। (এনেতে দুলুৰ প্ৰবেশ)

কমল— অ' দুলু। তোমাৰ বাইদেউক ইয়ালৈ মাতি আনা-গৈছোন। (দুলুৰ প্ৰস্থানোদ্যম)

ৰমেণ— এওঁক চিনি নাপালো কমল।

কমল— মোৰ খুলশালি হয়।

ৰমেণ— অ' ভাইটী তোমাৰ নামটো কি ?

দুলু— মোৰ নাম দুলাল শৰ্ম্মা।

ৰমেণ— বেচ্ বেচ্। কোন শ্ৰেণীত পঢ়ানো ?

দুলু— ক্লাচ চেভেনত (Seven) পঢ়ো। ক্ষমা কৰিব। মই বাইদেউক খবৰটো দিওঁগৈ।

(দুলুৰ প্ৰস্থান আৰু সন্ধ্যাৰ প্ৰবেশ)

কমল— সন্ধ্যা। এই তিনিজনৰ ভিতৰত দুজন তোমাৰ পৰিচিত। বাকী এওঁৰ নাম শ্ৰীকৃষ্ণ কান্ত মহন্ত। এওঁ সাংবাদিক। বাল্য কালৰে পৰা আমি দুয়ো বন্ধু। আমাৰ বিয়াত মহন্ত আছিল দিল্লীত।

(কৃষ্ণ আৰু সন্ধ্যাৰ মাজত নমস্কাৰ প্ৰতিনমস্কাৰ হয়। কৃষ্ণই এটি উপহাৰ সন্ধ্যাৰ হাতত দিয়ে)

কৃষ্ণ— তোমাৰ সৈতে বেচ্ মিলিছে কমল। বৰ সুখী হলোঁ। ঈশ্বৰে তোমালোকৰ মঙ্গল কৰক। (সন্ধ্যালৈ চাই) আপুনি ঠিয়হৈয়ে থাকিল। বহক।

সন্ধ্যা— আপোনাৰ ঠাইত তুমিহে হব। (বহে)

কৃষ্ণ— অ' "তুমি" — বাৰু সেয়ে হব।



(এনেতে মণ্টু, ডুপ্লে আৰু নৰেণৰ প্ৰবেশ ডুপ্লেৰ হাতত এটি কেমেৰা দেখা যায়)

কমল— আহক ! আজি মোৰ সৌভাগ্য যে আপোনাসকলে হেলা নকৰি আহিছে। দয়া কৰি বহক।

(মণ্টুৱে কেৰাহিকৈ তীক্ষ্ণ দৃষ্টিৰে সন্ধ্যাৰ ফালে চায়; সন্ধ্যাই গম্ভীৰ ভাবে প্ৰস্থান কৰিব খোজে)

কমল— যোৱা কিয় সন্ধ্যা ?

সন্ধ্যা— ভিতৰত কাম আছে। ( প্ৰস্থানোদ্যম )

কৃষ্ণ— তেওঁ লাজ কৰিছে নিশ্চয়।

কমল— অতিথিক বহিবলৈ দি গৃহস্থই লাজ কৰি গুচি গলে কেনেকৈ চলিব। ( সন্ধ্যাই থমকি ৰয় ) এখেত হ'ল মিঃ ডুপ্লে। বোম্বাইৰ বিখ্যাত ব্যৱসায়ী। শ্ৰীযুত দাসৰ বন্ধু। ব্যবসায় সূত্ৰে আমাৰ অসমলৈ প্ৰায় আহি থাকে।

( ডুপ্লেৰ আৰু নৰেণৰ লগত সন্ধ্যাৰ নমস্কাৰ প্ৰতি নমস্কাৰ হয় দুয়ো সন্ধ্যাক বিবাহৰ উপহাৰ দিয়ে )

ডুপ্লে— দুয়োজনে বেচ্ মেচ্ছ্ (Match) কৰিছা। ঈশ্বৰকো দুয়োকা মঙ্গলকেলিয়ে মুই প্ৰাৰ্থনা কৰিছা। প্লিজ দোণ্ট লাফ্ এট্ মি মাই ফ্ৰেইণ্ডচ (Please don't laugh at me my friends) মুই অলুপ আলুপ হে অচমীয়া ভাষাটা কবলৈ পাৰিছা। অচমত থাকিলে মুই অচমীয়াকৈ।

নৰেণ— অসমীয়া ভাষাৰ প্ৰতি আপোনাৰ অনুৰাগ দেখি মই আপোনাক অভিনন্দন জনাইছো। অসমীয়া ভাষা অতি পুৰণি আৰু ৰসযুক্ত। অসমীয়া ভাষাৰ প্ৰতিটো শব্দতেই চেনিৰ পৰিমাণ বৰ বেছি। সেই কাৰণেই অসমীয়াৰ কথাবোৰ চেনীযুক্ত। মানুহবোৰ সবল, সহজ আৰু বিশ্বাসী। ইয়াত আছে চেনেহা চেনেহী। এই চেনীৰ সোৱাদ পাই বিদেশী সকলেও ইয়াত ঘৰ বাৰী কৰি নিগাজা হ'ল। এজন দুজন নহয় হাজাৰে হাজাৰে লাখে লাখে। অসমত গৰু চৰাবলৈ মাটি নাইকিয়া হ'ল এই চেনীৰ গুণতেই। মই এজন স্বনামধন্য অসমীয়া ভাষাৰত্ন। গতিকে আপোনাক অভিনন্দন জনোৱা মোৰ একান্ত কৰ্ত্তব্য।

ডুপ্লে— থেঙ্ক্ ইউ ফৰ্ ইয়োৰ কংগ্ৰেচুলেচন্ (Thank You For Your Congratulation) এতিয়া মুই এটা প্ৰস্তাব কৰুউগা। আপনালোকেভি সমৰ্থন কৰিবা। মিচেছ্ ও মিঃ শৰ্ম্মাৰ একথো স্নেপ্ (Snap) লব খুজা। হোৱাত ডু ইউ চে মাই ফ্ৰেইণ্ডচ্? (What do you say my friends ?)

কৃষ্ণ— ইয়েচ্ ইট ইজ এ গুড আইডিয়া। (Yes, it is a good idea).

নৰেণ— ভেৰি ভেৰি গুড্ আইডিয়া। (very very good idea).



(সন্ধ্যাই লাজতে প্ৰস্থান কৰিব খোজে কিন্তু কৃষ্ণই সন্ধ্যালৈ চাই কয়)

কৃষ্ণ— আজি লাজ কৰিলে নহব। কমল। তুমি শিল্পী। আৰ্ট ফুটাই তোলাচোন।

ৰমেণ— ভোলা! তুমি সন্ধ্যাক ঠিককৈ সাজু কৰি দিয়া। তেওঁ লাজ কৰিছে। দেৰি কৰিলে নহব। ইপিনে পেটত লাগিছে ভোক।

(ভোলাই দুয়োকো স্বামী স্ত্ৰীৰ সুন্দৰ ভঙ্গিমাৰে সাজু কৰায়। ডুপ্লে কেমেৰাৰ গ্লাচত সিহঁতৰ ভঙ্গিমা লক্ষ কৰে)

ডুপ্লে— বি ৰেদি। অল ৰাইট্ থেঙ্ক্ ইউ। ( Be ready. all right thank you ).

(ফটো লোৱাৰ পিচত সকলোৱে নিজৰ নিজৰ ঠাইত বহে)

কৃষ্ণ— তাৰ পিছত দ্বিতীয় প্ৰস্তাবটো ময়েই কৰিব খোজোঁ। ৰাইজে বা কেনে দেখে? বৰ যেনেকুৱা বিখ্যাত শিল্পী কইনাও তেনেকুৱা গান বাজনাত পাকৈত বুলি শুনিছো। আজি আমি সকলোৱে তেওঁৰ এটি গান শুনিব খোজো,

নৰেণ— আ—হা—হা এই প্ৰস্তাব অতি মূল্যবান বুলি কবলৈ মই বাধ্য। কাৰণ আজিৰ যুগত তিৰোতাৰ ৰন্ধা বঢ়া, কাপোৰ বোৱা, স্বামী সেৱা আদিৰ ভিতৰত গান অন্যতম। তাহানি কালত ফুলাম ধুনীয়া কাপোৰ বুবলৈ পৰাটো আছিল অসমীয়া ছোৱালীৰ

যোগ্যতা। আজি তাৰ ঠাইত হ'ল গান অন্ততঃ দুই এটা ফিল্মৰ গান, তদুপৰি অৰ্থনৈতিক ফালৰ পৰাও কোৱা যায়—অল ইণ্ডিয়া ৰেডিওত গান গাব পাৰিলেই অৰ্থ লাভ, লগতে পাত্ৰ পাত্ৰীৰ এটা প্ৰকাণ্ড জাননী অৰ্থাৎ মেৰেজ মেদ ইজি (Marriage made easy) তদুপৰি শাস্ত্ৰতো কৈছে বোলে গানাৎ পৰতৰং নহি। গানৰ ওপৰত একো নাই। এই সম্বন্ধে মেল-মিটিং পাতি তুফান লেকচাৰ দি আহিছো। তাৰ ফলতেই আজি আমাৰ অসমীয়া আইদেউ সকলৰ গাত সেই গুণৰাশিবোৰ জল জল পট্ পট্ হৈ মুখত কুলিৰ কুঁউ কুঁউ মৌসনা মাত ফুটি ওলাইছে। সেই কাৰণে মই ন দি কও—অসমীয়া ৰাইজে মোক আজি নুবুজিলেও পিছত—

মন্টু— নৰেণ—।

নৰেণ— ৰাইজ! মোৰ কথা যদিও মূল্যবান। মোক ক্ষমা কৰিব এতিয়া গান, কথা বন্ধ।

(সন্ধ্যাই গীত গায়)

আজি চন্দ্ৰাৱলী নিশা
তন্দ্ৰা ভাঙ্গিলে কোনে
জীৱন অৰুণোদয়
আকিছিলো মনে প্ৰাণে ॥



বজালে কোনেনো বাহী
সুৰে তালে সোধে আহি
অপৰাজিতাৰ মালা
কাক দিলি মনে মনে ॥
নবজাবি সেই সুৰে
বৈ বৈ দূৰে দূৰে
গোপন কানন ফুল
নিচিঙিবি ঘনে ঘনে ;

(গীতৰ শেষত)

একা— (নেপথ্যত) শ্ৰীবিষ্ণু শ্ৰীবিষ্ণু পটলুন পিন্ধি মই সেই-ফালে নাযাওঁ। মোক নাটানিবা মইনা।

তুলু— (নপথ্যত) আহাচোন আহা। দেখিলে একো নহয়।

(তুলুৱে টানি টানি একাদশীক মঞ্চৰ ভিতৰলৈ আনে। একাদশীক দীঘল ঠেঙা আৰু মূৰত টুপী পিন্ধা অৱস্থাত দেখা যায়)

তুলু— চাওঁক ভিনিহিদেউ। একাদশীকাক কেনে ধুনীয়া চাহাবটো যেন দেখা গৈছে।

একা— মইনা। চল কৰি মোক এনে জগতত নোহোৱা কামটো কৰালা।

তুলু— ভালহে দেখা হৈছে।

একা— মইনা। তুমি ভাল নহয় একা—বুজিছা।

তুলু— খং নকৰিবা একাদশীকা।

( একাদশীয়ে খংকৰি জোৰকৈ প্ৰস্থান কৰে হুলুৰে পিচে পিচে যায়। সকলোৱে হাঁহে। হুলুৰ পিচতে সন্ধ্যাই প্ৰস্থান কৰে আনফালে দি সুবোধৰ প্ৰবেশ )

সুবোধ— মোৰ আজি মহাভাগ্য—আপোনাসকলে ঘিণ নকৰি এই পৰ্ণ কুটিৰত পদাৰ্পণ কৰিছে। আপোনাসকলৰ উপস্থিতিয়ে মোৰ মনৰ শান্তিত সোণালী ৰং সানিছে। মোৰ সকলো বাসনা আজি পূৰ্ণ হ'ল। আজিৰ এই উৎসৱ সমাধা কৰি কালি পুৱাতেই তীৰ্থ পৰ্য্যতনৰ বাবে ৰাওনা হম বুলি পাঙিছোঁ। এইবাৰ দয়া কৰি সকলোৱে উঠক। সামান্য ভাবে অলপ আহাৰৰ আয়োজন কৰা হৈছে। কমল, অভ্যাগত সকলক তই বাট দেখুৱাই লৈ যা।

কমল— আহক।

( মণ্টুৰ বাহিৰে সকলোৱে কমলৰ লগত প্ৰস্থান কৰে )

সুবোধ— আপুনি ?

মণ্টু— মই একো নাখাওঁ। আপোনাৰ অনুৰোধ ৰক্ষা কৰিবলৈহে—

সুবোধ— একেবাৰে নাখালে কেনেকৈ হব। তেনেহলে অলপ কিবাকিবি লঘুপাকী বস্তু ইয়ালৈকে পঠাই দিওঁ। শৰীৰ বেয়া যেতিয়া নিশাটোৰ কাৰণে ইয়াতেই শুই থাকিব। মোৰ অনুৰোধ।

মণ্টু— বাৰু, সেয়ে হব।



সুবোধ— ভাল। সৌ কোঠাত আপোনাৰ শোৱাৰ বন্দবস্ত কৰোগৈ। ( প্ৰস্থান )

( এনেতে অলপ গখীৰ আৰু কিছু ফল ইত্যাদি লৈ একাদশীৰ প্ৰবেশ। লাহে লাহে ভিতৰত কাপ প্লেট কাহি বাতি আদিৰ ঠুন ঠান্ শব্দ শুনা যায়। বস্তবোৰ দি একাদশীয়ে প্ৰস্থান কৰে )

## অদৃশ্য অভিনয়

( অতিথি সকলক পৰিবেশন কৰা কাহী, বাটি, চামুচ, গ্লাচ ইত্যাদিৰ শব্দ আৰু কথা-বতৰা ক্ৰমাত স্পষ্ট হৈ উঠে। ভিতৰত মাইক ব্যৱহাৰ কৰি অদৃশ্য অভিনয়টো ভাল কৰিব পাৰি। মাইকৰ ওচৰত কাহীবাটিৰ শব্দ কৰি নিজৰ নিজৰ বচন মাতিলেই হয় )

কমল— ডুপ্লে চাহাবক আৰু কেইখনমান লুচি দিয়া।

ডুপ্লে— বাপৰে্ বাপ্। মৰ্ জাউঙ্গা।

কমল— চেক্ৰেটৰি ডাঙৰীয়াক আৰু অলপ পোলাও—।

নৰেণ— দিয়া। মই লাজ কৰা মানুহ নহয়। তাকেইটো কওঁ বোলো আজি কালিৰ ডেকাবোৰে লং পেণ্ট আৰু নেক্টাই ডাল লগাবলৈহে জানে। খাবলৈ নাজানে। স্বাস্থ্য হব ক'ৰ পৰা ? এই বিষয়ে মই গবেষণা মূলক বক্তৃতা দি আহিছোঁ। বোলো ডেকাহঁত, গৈ থাকোতে কাৰোবাৰ পদূলি মুখত "স্বাগতম" চকুত পৰিলেই সাউৎ কৰি সোমাই একেবাৰে

আচল ঠাইত বহি পৰিবা। যিমান পাৰা ঠেলিবা। এনেকৈয়ে পেটৰ কেপাচিটি (Capacity) বঢ়াই লবা। মোৰ এই লেকচাৰৰ গুণতেই ৰাইজে এদিন পেট ভৰাই খাবলৈ শিকিব। হেৰা, আৰু দহখন মান লুচি দিয়া চোন।

কমল— লাজ নকৰিবা কৃষ্ণ। এওঁক কেইটামান ৰসগোল্লা দিয়া।

কৃষ্ণ— পেট ঠাহ মাৰি ধৰিছে ভাই। মোৰ খিনি চেক্ৰেটৰি ডাঙৰীয়াকেই দিয়া।

নৰেণ— দিয়া, দিয়া, তেখেতে কলে যেতিয়া—দিয়া। বেচি নিদিবা—মাত্ৰ ১৫।২০ টা মান গোল্লা দিয়া।

কমল— ভোলা! তুমি দেখোন মনে মনে আছা। এওঁক অলপ মাংস।

ভোলা— উ হু। দিলে খাব নোৱাৰিম। নষ্টহে হব।

কমল— ৰমেণক অলপ পায়স—।

ৰমেণ— অলপ দিবা। চেক্ৰেটৰি ডাঙৰীয়াকো আৰু কিবা দিয়া।

নৰেণ— বেচি নিদিবা কিন্তু। দহখন মান লুচি আৰু কেই-গণ্ডামান পকা মিঠৈ।

( লাহে লাহে ভিতৰৰ শব্দ অস্পষ্টহৈ আহে। মণ্টুক খাবলৈ দিয়া বস্তবোৰৰ অলপহে খায়। একাদশীৰ প্ৰবেশ )



একা— শ্ৰীবিষ্ণু— নাখালেই দেখোন। ডাঙৰীয়া মাংসৰ আঞ্জাখন বৰ জুটিলগা হৈছে তাকেই অলপ আনি দিও তেনেহলে—

মণ্টু— হেৰ, সন্ধ্যাক এবাৰ মই মতা বুলি কব পাৰিবিনে?

একা— কাৰ কথা কৈছে ডাঙৰীয়া?

মণ্টু— হেঃ। আঞ্জাৰ মাছ ধৰি খাব নাজান। কইনা জনী।

একা— আমাৰ আইদেউৰ কথা কৈছে নেকি?

মণ্টু— আঃ। তাকেই বুজি পোৱা নাইনে ফুল ( fool )?

একা— ফুল? অ' বুজিছো। আপুনি তেনেহলে ফুল—। হেঃ হেঃ ( ফুলদানীত থকা ফুল দেখুৱাই ) এই ফুল লাগিবনে?

মণ্টু— আঃ—! ফুল নালাগে। কইনাজনীক মাতি আন।

একা— অ' এতিয়াহে ভালকৈ বুজিছোঁ। আমাৰ আইদেউৰ নাম তেনেহলে ফুল, ৰব তেনেহলে, মই খবৰটো তুলু মইনাৰ হতুৱাই কওগৈ।

অদৃশ্য অভিনয় (Play Bock)

ডুপ্লে— বহুত বঢ়িয়া খানা খালো।

নৰেণ— খোৱা ভালেই হৈছে। মোৰ মতে কিন্তু—আমাৰ কিছুমান আইদেওক উন্নত ৰন্ধন প্ৰণালী শিক্ষাৰবাবে চৰকাৰে বৃত্তি দি বিলাতলৈ পঠোৱা উচিত। ভাৰ-তো বৈজ্ঞানিক ভাবে ৰন্ধন শিক্ষাৰ কলেজ খোলা দৰকাৰ। এতিয়া সেৰাহে।

সকলোৱে– এতিয়া আহিলোঁ কমল।

কমল– ভাল।

( অভ্যাগত সকল ওলাই যোৱা জোতাৰ শব্দ আদি শুনা যায়। দুই এজনৰ দুই এটা ঢেকুৰ শুনা যায়। লাহে লাহে সকলো শব্দ নাইকীয়া হৈ আহে। একাদশীৰ প্ৰবেশ )

মণ্টু– আহিছেনে?

একা– ডাঙৰীয়া – সময় নাই বুলি কলে।

মণ্টু– ( এটি দীঘল হুমুনিয়াহ কাঢ়ি ) বুজিছোঁ। এই কটা। শুন মনে মনে। ওৱাইন্ আছে?

একা– অ' আ ই ঈ? অ – বৰ্ণবোধ! হয় হয় আছে। মনে মনে মই পঢ়াখন হলে লৰা শিক্ষা আগছোৱা ডাঙৰীয়া।

মণ্টু– আঃ – লৰা শিক্ষা নহয়। মদ্ বুজিছা।

একা– ( স্বাগতঃ ) এই কটাৰ পোৱে মদ খায় একা। ( ফুটাই ) মদ্ ইয়াত পোৱা নাযায় ডাঙৰীয়া। পিচে ওচৰতে ছবি বন্ধোৱা দোকান এখন আছে। তাৰে পৰা লাগিলে মনে মনে এতোলা গাজা আনি দিব পাৰোঁ। সৰু চিলিমো আছে ডাঙৰীয়া।

মণ্টু– ব্লাডি বাচ্কেট্ ( Bloody Basket ).

একা– বিস্কুট? বিস্কুট লাগে?

মণ্টু– নালাগে। ( কমলৰ প্ৰবেশ )



কমল– তোক ভিতৰলৈ মাতিছে একাদশী। ( একাদশীৰ প্ৰস্থান ) আহঁক। শৰীৰ বেয়া যেতিয়া নিশাটোৰ কাৰণে ইয়াতেই শুই থাকক।

মণ্টু– ডুপ্লেইঁত গল কলৈ।

কমল– আপুনি নিশা ইয়াতেই থাকিব জানি তেওঁলোকে বিদায় লৈ কেতিয়াবাই গ'ল।

মণ্টু– কালি তোমাৰ লগত কেতিয়া দেখা হব?

কমল– সৌ অলপ দূৰতে মোৰ ছবিঅঁকা ঘৰ তাতেই মই আধাআঁকা ছবি এখন আজি নিশাতেই সম্পূৰ্ণ কৰিব লাগিব। কালি পুৱাতেই আপোনাৰ লগত দেখা হব। আহঁক।

মণ্টু– বলা। ( এফালেদি কমল আৰু মণ্টুৰ প্ৰস্থান। আন ফালেদি একাদশীৰ প্ৰবেশ )

একা– হেউ, হেউ, আজিহে আজি। একাদশীৰ পঞ্চভোগ। কিমাননো খাবা। পায়স, পোলাও, পিঠা, ৰস-গোল্লা, লুচি, মাংস কোনবিধ খাবা। একদশীৰ বোপা, ককা, চৈধ্য পুৰুষেও এনেকৈ কোনো দিনেই খোৱা নাছিল। পেটেহে জানে খোৱাৰ খবৰ ভগবানক খাটো বাপাদেউৱে যেন আৰু পাঁচজনী বিয়া কৰাব পাৰে। হেউ, নিশাও বহুত হ'ল। একাদশীৰ বাহিৰে সকলোৱে টোপনিত লাল কাল।

যাও অলপ চিত হৈ শুবলৈ যত্ন কৰোঁ। হেউ একদশীৰ পঞ্চভোগ। হেউ, হেউ,।

( প্ৰস্থান )

( সময় মাজনিশা। ৰঙ্গমঞ্চ প্ৰায় অন্ধকাৰ অৱস্থাত থাকে। সন্ধ্যাই বাহিৰ কোঠালৈ আহি কমলৰ কাৰণে অপেক্ষা কৰে )

সন্ধ্যা— "নিশাৰ ভিতৰতে উভতিম" বুলি কৈ গ'ল, এতিয়াও নাহিল কিয় ? জীৱনত চকুৰে যাক দেখা নাছিলোঁ— এষাৰ সাদৰি মাত শুনা নাছিলোঁ—তেওঁৰ কাৰণে এই দুদিনৰ দেখাদেখিতেই ইমান মোহ কিয় ? এখন্তেক নেদেখিলে যেন মই থাকিবই নোৱাৰোঁ।

( এনেতে হাতৰ সাৰে ভৰিৰ সাৰে মন্টুৰ প্ৰবেশ )

সন্ধ্যা— ( চক্ খাই ) কোন এইটো ?

মন্টু— মই, মই সন্ধ্যা। তুমি নিশ্চয় মোৰেই কাৰণে--।

সন্ধ্যা— আপুনি ? আপুনি অনধিকাৰ প্ৰবেশ কৰিছে, কিয় ?

মন্টু— সন্ধ্যা! ময়ো মানুহ—মোৰো এখন অন্তৰ আছে। সেই অন্তৰত স্নেহ, প্ৰীতি, আশা আকাঙ্খ্যাই বাস লৈছে।

সন্ধ্যা— উঃ পাপিষ্ঠ। গুছি যা পাপিষ্ঠ। নহলে।

মন্টু— ( দুইহাত মেলি আগুৱাই গৈ ) সন্ধ্যা !

সন্ধ্যা— উঃ মোৰ মূৰ ঘূৰিছে। উঃ।

মন্টু— সন্ধ্যা !



( দুই হাত মেলি মন্টুৱে সন্ধ্যাৰ নিচেই ওচৰলৈ যায়। সন্ধ্যাই প্ৰায় অজ্ঞান অৱস্থাত কাঠৰ পুতুলাৰ দৰে ঠিয় হৈ থাকে এনেতে কমলে ভিতৰলৈ সোমাই আহিব ধৰোতে দুয়োকো হঠাতে তেনে অৱস্থাত দেখি স্তম্ভিত হৈ পিছুৱাই যায় আৰু উইঙচৰ লগতে থিৰ দৃষ্টিৰে ঠিয় হয়। ইপিনে বেহেলাৰ করুণ ৰাগিনী বাজি থাকে। কমলক দেখি মন্টুৱে অন্ধকাৰৰ আৰে আৰে কৌশল পূৰ্ণ ভঙ্গিৰে ততালিকে প্ৰস্থান কৰে, কমলে একোকে বুজিব নোৱাৰি জুই যেন সন্দেহৰ চকু দুটাৰে কেৱল চাই থাকে।

কমল— ( হঠাতে চিঞৰি ) সন্ধ্যা !

( সন্ধাই লগে লগে অচেতন হৈ মাটিত ঢলি পৰে তেতিয়াই কমলে দূৰতেই জুই যেন চকু দুটাৰে স্থিৰ দৃষ্টিৰে কেৱল চাই থাকে )

—পটপৰে—

## তৃতীয় অঙ্ক
### দ্বিতীয় দৃশ্য

—মণ্টু, উষা; নৰেণ, ডাক্তৰ চাপ্ৰাছী—
( মণ্টুৰ বৈঠকখানাত তেওঁ অকলে চিন্তা কৰি থাকে )

মণ্টু – এদিন এদিকৈ পোন্ধৰ দিন অতিবাহিত হ'ল। সেই একেটি দৃশ্য চকুত ভাহি আছে, কি লাজ, কি প্ৰতাৰণা, কি অপমান। নহয়, ময়ো মানুহ এই অপমান মই কেতিয়াও সহ্য নকৰোঁ। মোক লাগে এতিয়া প্ৰতিশোধ। ( উষাৰ প্ৰবেশ )

উষা – এটা দুঃসংবাদ লৈ আহিলোঁ বোপা।

মণ্টু – ( স্বগতঃ ) সৰ্বনাশ! ঘটনাটো ইতিমধ্যে জনাজাত হৈ গৈছে বোধহয়।

উষা – দুখীয়াৰ দুখ সকলোপিনে বোপা। আজি কেবাদিনো ধৰি কমল বোপাটীৰ জ্বৰ। তেওঁৰ দেউতাকো গৈছে তীৰ্থ ভ্ৰমণলৈ। দৰৱ খুওৱা স্বত্বেও জ্বৰ বাঢ়িছেহে। সন্ধ্যা আৰু কমলৰ ভিতৰতো কিবা মনো মালিন্যই দেখা দিছে। একো খুলিও নকয়। এতিয়া কি কৰোঁ বোপা?

মণ্টু – অপোনাৰ মুখতেহে কমলৰ জ্বৰৰ কথা শুনিলোঁ।



উষা – মোৰ একেটি ছোৱালী বোপা। মই এতিয়া কি কৰোঁ।

মণ্টু — ( অলপ ভাবি ) ভাল চিকিৎসা বোধহয় হোৱা নাই। আপুনি চিন্তা নকৰিব। মই এজন ভাল ডাক্তৰ লৈ এতিয়াই কমলৰ ঘৰলৈ যাম।

উষা – মই আহিলো বোপা অলপ দয়া ৰাখিবা। ( প্ৰস্থান )

মণ্টু – ( ভাবি ) প্ৰথমতে কমল আৰু সন্ধ্যাৰ মনোমালিন্য। দ্বিতীয়তে কমলৰ টান নৰিয়া। হু---প্লেনটো (plan) বেচ্ খাপ খায়। বাঃ কি সুন্দৰ আবিষ্কাৰ। কি সুন্দৰ সুযোগ। লখিন্দাৰক অজগৰ হৈ খোট্ মাৰিবলৈ এয়ে সুন্দৰ সুযোগ।
( ভাবি থাকে এনেতে নৰেণৰ প্ৰৱেশ )

নৰেণ – গুড্ মৰ্নিং চাৰ ( Good morning sir ), বেনাৰসৰ ফালৰ পৰা দুজনী নাচনী আহিছে চাৰ (Sir) যেনে ধুনীয়া তেনে নাচ।

মণ্টু — সকলো সময়তে নাচ্ গান্ আৰু স্ফুৰ্তিৰে কাম নচলে নৰেণ, শুনা। নন্দ গোপাল ডাক্তৰক চিনি পোৱানে?

নৰেণ – চিনি পাওঁ চাৰ (Sir) ।

মণ্টু – মোৰ কাৰখন লৈ যোৱা। তুৰন্তে তেওঁক মাতি আনা। ( কিছুদূৰ গৈ আৰু ফিৰি আহি )

নৰেণ – পিছে নাচনীহঁতৰ বিলাই কি হব চাৰ (Sir)?

মণ্টু — যি কৈছোঁ তাকে কৰা।

নৰেণ — ঠেঙ্ক্ ইউ্ চাৰ ( Thank you Sir )।

( নৰেণৰ প্ৰস্থান )

মণ্টু — নন্দ গোপাল ডাক্তৰৰ দ্বাৰাই কামটো সুবিধা হব। টকাৰ লোভ দেখুৱাই তেওঁক হাত কৰিব লাগিব। এটা সাংঘাতিক ষৰযন্ত্ৰ। চিওৰ চাক্‌চেচ্ (Sure success )

( ভাবি থাকে এনেতে ডাক্তৰক লৈ নৰেণৰ প্ৰবেশ )

নৰেণ — আলিবাটত ভৰি দিয়েই ডাক্তৰ বাবুক লগ পালোঁ চাৰ (Sir)।

ডাক্তৰ — গুড্ মৰ্ণিং মিষ্টাৰ দাস।

মণ্টু — গুড্ মৰ্ণিং ডাক্তৰ। আপোনাকে বাট চাই আছোঁ। বহক।

ডাক্তৰ — ইমান জৰুৰীকৈ মতাৰ কাৰণ কি মিষ্টাৰ দাস?

মণ্টু — বিশেষ দৰকাৰতেই মতাই আনিলোঁ। লাহে লাহে কও বাৰু। নৰেণ! তুমি এতিয়া যোৱা। ডাক্তৰৰ লগত মোৰ প্ৰাইভেট (Private) কথা আছে।

নৰেণ — যাওঁ চাৰ (Sir) পিচে — নাচনীহঁতৰ ব্যৱস্থাটো — বেচ্ চমৎকাৰ নাচে চাৰ (Sir), ককালৰ পেচ্ আৰু চকুৰ থাৰ কেইটা, হায় হায় হায়, দেহি ঐ কলিজা কাঢ়ি নিয়ে ডাক্তৰ বাবু।

ডাক্তৰ — এইবোৰ আপুনি বৰ ভাল পায় তেনেহলে।



নৰেণ — নকব ডাক্তৰ বাবু। হনুমান আছিল ৰামৰ ভক্ত। আৰু এই হনুমান হ'ল নাচ গানৰ ভক্ত। তাহানি কালৰে পৰা মই নাচ গান সম্বন্ধে তথ্যপূৰ্ণ লেকচাৰ দি আহিছোঁ ডাক্তৰ বাবু। বোলো আমাৰ অসমত যিমান প্ৰকাৰৰ নৃত্য সম্ভাৰ সোমাই আছে আন দেশত নাই।

মণ্টু — ( খং কৰি ) নৰেণ!

নৰেণ — ( হাত জোৰ কৰি ) প্লিজ, প্লিজ, প্লিজ চাৰ ( sir ), অন্তৰত আবেগ। এখন্তেক কবলৈ দিয়ক। তাৰ পিচত ডাক্তৰ বাবু, নৃত্যবিদ সকলেও মোৰ কথাকেই স্বীকাৰ কৰি কৈছে যে অসম অতীজৰে পৰা নৃত্য-কলাৰ দেশ। সেই কাৰণেই মই আজিও টেটুফালি কও যে আমাৰ আইদেউ সকল অৰ্থাৎ বিয়া হোৱা বিয়া নোহোৱা অৰ্থাৎ ছয় বছৰীয়া ছোৱালীৰে পৰা পঞ্চাচ বছৰীয়া বুঢ়ীলৈকে নৃত্য শিকিব লাগে। দৰকাৰ হলে স্কুল কলেজ ভাঙি দি তাত নৃত্য শিক্ষালয় পাতিব লাগে।

মণ্টু — ( খং কৰি ) চুপ্ নৃত্যৰ তুমি জানা কি? মাথো বাজে গল্প।

নৰেণ — নৃত্যৰ মই নাজানো কি? চকুৰ থাৰ্ কেইটা আৰু ককালখন ভাজ লগাব নোৱাৰো এইমাত্ৰ। পিছে নাচনী দুজনী এতিয়াই বন্দবস্ত কৰিমনে চাৰ্ (sir)?

মণ্টু— এটা কথাকে বাৰে বাৰে কৈ নাথাকিবা। প্লিজ গেট্ আউট ( Please Get out )

নৰেণ— আই গেট আউট চাৰ্ (I get out sir) পিচে—

মণ্টু— গেট্ আউট নৰেণ ( Get out )।

নৰেণ— ইয়েচ চাৰ। আই গেট্ আউট্ (Yes sir. I get out) (নৰেণৰ প্ৰস্থান)

মণ্টু— এটা আধা পগলা।

ডাক্তৰ— অ' এতিয়া কওঁকচোন।

মণ্টু— অতি গোপনীয় কথা ডাক্তৰ।

ডাক্তৰ— বুজিছোঁ। দৰকাৰ হলে ৰোগীৰ ৰোগৰ কথা গোপন ৰখাটো ডাক্তৰৰ ধৰ্ম্ম। আপুনি নিঃসন্দেহে খুলি কব পাৰে।

মণ্টু— সেইটো হওতে হয়। কিন্তু এইটো অতি মাৰাত্মক কথা। অৱশ্যে আপোনাৰ যথেষ্ট লাভো আছে। যদি কৰে—তেনেহলে—

ডাক্তৰ—লাভৰ কাৰণেই ডাক্তাৰী কৰিছোঁ মিষ্টাৰ দাস। ভাল ঔষধ দিম ভাল পইচা লম।

মণ্টু— যদি বেয়া ঔষধ দিও ভাল পইচা পায় ?

ডাক্তৰ— মিঃ দাস। খুলি কওঁকচোন। মই একো বুজিব পৰা নাই।

মণ্টু— ডাক্তৰ ! মই যদি কও, যে এজন মানুহক বিষ দি হত্যা কৰিব লাগে।



ডাক্তৰ – হত্যা ? সৰ্বনাশ। পাপটো ভুঞ্জিবই লাগিব তদুপৰি জেল খাটিবও লাগিব।

মণ্টু – শুনক ডাক্তৰ। বুদ্ধিৰ্যস্য বলং তস্য। এনে বিষ দিব লাগিব যাতে তৎক্ষণাত নমৰি লাহে লাহে ভুঞ্জি ভুঞ্জি মৰে।

ডাক্তৰ – ক্ষমা কৰিব মিষ্টাৰ দাস। সেইটো ডাক্তৰৰ ধৰ্ম্ম নহয়। ও মাই গুড্ গড্ ( O my good God )

মণ্টু – ( ৰহাৰ পৰা উঠি ) হতাশ নহব ডাক্তৰ। ভাবি চাওক মানুহে ইয়াতকৈ কিমান ডাঙৰ কাম দিনে নিশাই কৰি আছে। স্বাৰ্থৰ বাবে এখন যুদ্ধত হাজাৰ বিজাৰ মানুহক মুহূৰ্ত্ততে হত্যা কৰা হয়। গতিকে সহজ কথা জটিলকৈ নাভাবিব ডাক্তৰ। এই মণ্টু দাস আপোনাৰ সোঁহাত। এক হাজাৰ টকা ডাক্তাৰ।

ডাক্তাৰ—আপুনি যিয়েই নকওক মিষ্টাৰ দাস। এই বিষয়ত মোক ক্ষমা কৰিব। মই আহিলোঁ। ( প্ৰস্থানোদ্যম )

মণ্টু— ডাক্তাৰ! শুনকচোন। ধৰ্ম্মভিৰু মানুহে জগতত কোনো কাম কৰিব নোৱাৰে। আৰু পাপ হলেও হব মোৰ—কাৰণ মই কৰ্ত্তা। ইমান বিচলিত হৈ নপৰিব। দুই হা—জা—ৰ।

ডাক্তৰ— মিষ্টাৰ দাস। এইটো এটা সাংঘাটিক কথা। মোৰ ইমান সাহস নহয় দুই হাজাৰ কিয় তিনি হাজাৰ দিলেও—ক্ষমা কৰিব।

মণ্টু— ছা—বি—হা—জা—ৰ ডাক্তৰ।

ডাক্তৰ—উঃ—তথাপি মিষ্টাৰ দাস। মোক কিয় এনে মাৰাত্মক কাম এটা—আপুনি অইন কোনোবাৰ হতুৱাই—

মণ্টু— মোৰ অনুৰোধ ৰাখিবই লাগিব ডাক্তৰ। মোক বিশ্বাস কৰক। মই আপোনাক সকলো বিপদৰ পৰা ৰক্ষা কৰিম। কোনো ভয় নাই পা—চ—হা—জা—ৰ।

ডাক্তৰ—(কিছু সময় নিমাত হৈ থাকি পিচত এটা এটাকৈ লাহে লাহে কয়)—কিন্তু আপোনাৰ অনুৰোধ ৰক্ষা কৰাটো মই অনুচিত. বিবেচনা নকৰো কিন্তু ইফালে ইমান ডাঙৰ কাম এটা। বন্ধু হিচাপে আপোনাক সহায় কৰা—। কিন্তু— মোক এতিয়া কি কৰিবলৈ কয়?

মণ্টু— (বাকচত থকা চেক বহি খুলি এখন চেক লিখি ডাক্তৰৰ সম্মুখত ৰাখি) এইখন পাঁচ হাজাৰ টকাৰ চেক। এতিয়াই লওক। মই আপোনাক কোনো সন্দেহ নকৰোঁ কাৰণ আপুনি মোৰ বিশ্বাসী বন্ধু।

ডাক্তৰ—(সঙ্কুচিত ভাবে) মিষ্টাৰ দাস। এতিয়াই নিদিলেও কোনো—। পিচত দিলেও মইও আপোনাক সম্পূৰ্ণ বিশ্বাস কৰোঁ। মই সৰু মনৰ মানুহ নহয়।

মণ্টু— (চেক্‌খন্ ডাক্তৰৰ জেপত ভৰাই দি) এইয়া চাই লওক বন্ধুৰ লগত টকা পইচাৰ লেঠা পিছলৈ নৰখাই



ভাল। জানেই নহয় টকা বৰ বেয়া বস্তু। ই বন্ধুকো শত্ৰু কৰে।

ডাক্তৰ— (কাঠ হাঁহি মাৰি) এই সূত্ৰটো আমি দুই বন্ধুত নাখাটে মিষ্টাৰ দাস। টকা হাতৰ ময়লা। কিন্তু আমাৰ নিচিনা দুজন বন্ধু বিচাৰি পোৱা টান। পিচে—ইনজেকচ্‌ন কৰিব লাগিব। আৰচেনিক ইন্‌জেকচন্। এই বিষ তেজৰ লগত মিহলি হলেই লাহে লাহে শৰীৰৰ ভিতৰে বাহিৰে ঘাঁ হৈ যাব। তাৰ পিচতেই গেলি পচি—এদিন মৃত্যু। পিচে কাকনো সৰ্ব্বনাশ কৰিব খুজিছে মিষ্টাৰ দাস।

মণ্টু— যথাসময়ত সকলো বুজিব। পিচে আজি ভাটিবেলা-তেই ইয়ালৈ সাজু হৈ আহিব ডাক্তৰ। অন্যথা যেন নহয়।

ডাক্তৰ— কথা দিলোঁ যেতিয়া পৰ্ব্বত পাহাৰ লৰিলেও এই নন্দ গোপাল ডাক্তৰ নলৰে। কেইজনমান ৰোগী চাবলগীয়া আছে। এতিয়া বিদায়হে লব খোজোঁ।

(প্ৰস্থানোদ্যম)

মণ্টু— অ' এটা কথা। গধূলি কামটো কৰি আহি নিশা অলপ নাচ গানৰ আয়োজন কৰা হব। বেনাৰসৰ ফালৰ পৰা দুজনী ধুনীয়া নাচনী আহিছে। বোধহয় আপত্তি নাই ডাক্তৰ।

ডাক্তৰ— আপত্তিৰ কাৰণ কি আছে মিষ্টাৰ দাস। বিশেষকৈ ইমান সাংঘাতিক কাম এটাৰ পিচত অলপ আমোদৰ ব্যৱস্থা নহলে—

মণ্টু— বেচ্ বেচ্ পিছে ড্ৰিক্ ( Drink ) চলেনে ?

ডাক্তৰ— নিশ্চয়। কিন্তু বেচি নহয়। অলপ গোলাপী নিছা লগাকৈ জাষ্ট এ পেগ্ ওন্‌লি ( Just a peg only) গুড বাই ( Good bye )

মণ্টু— গুড বাই ( Good bye ) ( হেণ্ডচেক্ কৰি ডাক্তৰ প্ৰস্থান ) ঘূৰণীয়া টকাবে মানুহৰ মনৰ চকাটোও ঘূৰাইলৈ ফুৰিব পাৰি। আজি মোৰ মনৰ কামনা পূৰ্ণ হ'ল। মইও যাওঁ নৰেণৰ হতুৱাই নচনীৰ বন্দবস্ততো কৰি থওঁ। (প্ৰস্থান)

পট পৰে

# তৃতীয় অঙ্ক

## তৃতীয় দৃশ্য

—কমল, একাদশী, সন্ধ্যা, মণ্টু, ডাক্তৰ, সাবিত্ৰী—

[ কমলৰ ঘৰৰ এটি সৰু কোঠা। কমলে ৰোগ শয্যাত পৰি থাকে। ওচৰতে এখন চৌকিত বহি একাদশীয়ে কমলক বিচনীৰে বা দি থাকে। এখন সৰু মেজৰ ওপৰত দুটামান ঔষধৰ সৰু বটল আৰু টেবুল ঘৰী এটা আছে কোঠাটো জাক্ জমকহীন ]

একা— ( কমলৰ গাত হাত দি ) হায় ভগৱান। জ্বৰ দেখোন এতিয়া বাঢ়িছেহে। আজি সাতদিন ধৰি জ্বৰৰ কোব। বটলে বটলে ঔষধ খুউৱা হ'ল কিন্তু জ্বৰ নিছিগিল। দেউতাও গ'ল তীৰ্থ লৈ। মই কি কৰোঁ।

কমল— সুস্থ হবলৈ আৰু ইচ্ছা নকৰোঁ একাদশী।

একা— মিছাতে চিন্তাকৰি বেমাৰ কিয় বঢ়াই লয় বাপাদেউ ? মই জানো আমাৰ আইদেউৰ কোনো কলঙ্ক নাই। চিন্তাই চিন্তাই আপোনাৰ এনুৱা অৱস্থা হবলৈ পালে। আইদেৱে অজানিতে কিবা সামান্য দোষ কৰিলেও তাৰ জানো ক্ষমা নাই বাপাদেউ ?

কমল— ক্ষমা ! কি মধুৰ, কি মহান। কিন্তু মোক নিজকেই ক্ষমা কৰিবলৈ মই শক্তি হেৰুৱালোঁ একাদশী !

একা— চিন্তা এৰি অলপ শুবলৈ যত্ন কৰক বাপাদেউ ! সৌৱা আইদেউ এইফালে আহিছে। মোৰে শপত তেখেতক কোনো তান কথা নকব বাপাদেউ।

( বিষণ্ণ মনে সন্ধ্যাৰ প্ৰবেশ )

সন্ধ্যা— একাদশী। দৰব খুউৱাৰ সময় হ'ল।

একা— আপুনি খুৱাই দিয়ক আইদেউ !

( সন্ধ্যাই বটলৰ পৰা সক ঔষধৰ গ্লাচত এপালি ঔষধ ঢালি লয় )

সন্ধ্যা— এয়া ঔষধ যাওক।

কবল— আকৌ মোক আমনি কৰিবলৈ আহিছা ? গুছি বোৱা।

সন্ধ্যা— কিবা দোষ অপৰাধ হলে ক্ষমা কৰক।

কমল— কথাৰ চাতুৰি মোক নেদেখুৱাবা। তুমি একুৱা প্ৰকাণ্ড জুই।

সন্ধ্যা— ( কান্দি পেলায় ) ঔষধ পালি খাওঁক।

( হঠাতে ঔষধৰ গ্লাচটো সন্ধ্যাৰ হাতৰ পৰা কাঢ়ি নি কমলে ঔষধ খিনি মাটিত পেলাই দিয়ে )

কমল— বিশ্বাস নাই। মানুহত বিশ্বাস নাই। পৃথিবীৰ বিশ্বাস নাই। বন্ধুৰ বিশ্বাস নাই। শত্ৰুৰ বিশ্বাস নাই। ঔষধ নহয়—বিষ ?

একা— বাপাদেউ ! ইমান উত্তেজিত হৈছে কিয়। ঔষধ নাখালে আৰোগ্য হব কেনেকৈ ?

( বিচনীৰে বা দিয়ে। সন্ধ্যাই কান্দে )



সন্ধ্যা— ( কান্দি ) আপোনাৰ চৰণত ধৰি মিনতি কৰিছোঁ। আপুনি শান্ত হওক। আপুনি আৰোগ্য লাভ কৰক।

একা— (কান্দি) বাপাদেউ। লোকৰ ছোৱালী এজনীক মিছাতে ইমান কষ্ট দিয়ে কিয় ?

কমল— লোকৰ বুলি ভাবিয়েই বোধহয় কষ্ট দিছোঁ। নিজৰ হলে হয়তো—।

একা— (কান্দি) আইদেউ ! আপুনি নেকান্দিব। আপুনি ভিতৰলৈ যাওক। ময়েই বঢ়াই বুজাই ঔষধ এপালি—

সন্ধ্যা— ( চকুলো মচি ) পাৰ যদি তয়েই ঔষধ পালি খুৱাই দে একাদশী। তেখেত বৰ দুৰ্ব্বল। ইমান দিনে বিছনাৰ পৰা উঠিব পৰা নাই। দৰকাৰ হলে মাতিবি।

একা— ভাল আইদেউ ! ( সন্ধ্যাৰ প্ৰস্থান ) জ্বৰ আগতকৈ বাঢ়িছেহে। এতিয়া কি কৰোঁ। ডাক্তৰ জনো আহি নাপালে। ( এনেতে মণ্টু আৰু ডাক্তৰৰ প্ৰবেশ )

মণ্টু— ইস্। মানুহজন তেনেই বিবৰ্ণ হৈ গৈছে। মোৰেই কপাল বেয়া। ইমান দিনে এটা সংবাদো পাব নালাগেনে ? এতিয়াই খবৰ পাই ডাক্তৰক লৈ দৌৰী আহিলোঁ।

কমল— দাস ! আপোনাৰ সন্মান থাকোতেই মোৰ ঘৰৰ চাৰি সীমাৰ পৰা গুছি যাওঁক। নহলে আপোনাক কি শাস্তি দিম জানে ?

( ৰোগীয়ে উত্তেজিত হৈ বিছনাত বহে আৰু ঠিয় হবলৈ খোজে। একাদশীয়ে সাবটি ধৰে )

একা— বাপাদেউ ! বাপাদেউ ! ক্ষান্ত হওক। উঠিবলৈ চেষ্টা নকৰিব। মূৰ ঘূৰিব। ( ৰোগীক শুৱাই দিয়ে )

কমল— উঃ পানী। মোৰ মূৰ ঘূৰিছে। মই মৰিম।

( প্ৰায় অচেতন অৱস্থাত শুই পৰে আৰু মাজে মাজে উহ, আহ কৈ থাকে। একাদশীয়ে মূৰত পানী দিয়ে আৰু পানী খুৱাই বিছনীৰে মূৰত বা দিয়ে )

মণ্টু— একাদশী ! মাজে মাজে প্ৰলাপ বকে নেকি ? তেন্তে বৰ চিৰিয়াচ (serious) ডাক্তৰ। সন্ধ্যা গ'ল কলৈ অ' বেমাৰীজনক অকলে এৰি থৈ।

একা— ডাক্তৰ বাবু। মোৰ বাপাদেউৰ এটি দিহা কৰক। বাপাদেউৰ কি হ'ল ঐ। ডাক্তৰ বাবু। লাগিলে মই আপোনাৰ নিকিনা গোলাম হৈ থাকিম। তথাপি মোৰ বাপদেউক, আৰোগ্য কৰক সোনকালে।

মণ্টু— ( একাদশীৰ হাতৰ পৰা বিছনী লৈ ৰোগীক বা দি কয় ) কি চাই আছে ডাক্তৰ।

ডাক্তৰ— ( কিবা ভাবৰ পৰা সাৰ পোৱা যেন হৈ ) অ' ঠিক আছে।

( ডাক্তৰে ষ্টেথিস্কোপেৰে কমলক পৰীক্ষা কৰে )

কমল— মোৰ অসুস্থতাৰ সুযোগ লৈ সকলোৱে মোৰ ওপৰত অত্যাচাৰ চলায়।

ডাক্তৰ— কোনো ভয় নাই আপুনি মনে মনে থাকক।

কমল— উহ, পানী। পিয়াহ লাগিছে।

( একাদশীয়ে পানী দিয়ে )



একা— ডাক্তৰ বাবু। সোনকালে ভাল হবনে ?

ডাক্তৰ— কোনো ভয় নাই। চিন্তাৰ জ্বৰ। ইনজেক্চন দিব লাগিব।

মণ্টু— যাতে সোনকালে ভাল হয় তাৰেই ব্যৱস্থা লাগে— নে কি কৱ একাদশী ?

একা— হয় ডাঙৰীয়া। যাতে সোনকালে ভাল হয় তাৰেই ব্যৱস্থা কৰক।

( ইতিমধ্যে ডাক্তৰে বিষ ইনজেক্চন এটা সাজু কৰে আৰু ভিতৰত থকা বিষ খিনি চাই থাকে )

ডাক্তৰ— ( স্বগতঃ ) বিষ। ভয়ঙ্কৰ বিষ। এই বিষেৰেই এজন বিখ্যাত শিল্পীক গুপ্তহত্য কৰিব ওলাইছোঁ। মোৰ স্বাৰ্থ কি ? পাঁচ হাজাৰ টকা। পাঁচ হাজাৰ টকাৰে মই হম ধনী, মানী, ক্ষমতাবান। উঃ কি ভয়ঙ্কৰ। অৰ্থৰ কি ক্ষমতা।

মণ্টু— মনে মনে কি ভাবিছে।

ডাক্তৰ— ( তন্দ্ৰা ভঙাৰ দৰে ) অ' মিষ্টাৰ দাস। ভাবিছোঁ। এইটোৰে কেনে কাম হয়। ( স্বগতঃ ) মই এতিয়া কি কৰো। মোৰ হাত কপিছে। অন্তৰাত্মা কপিছে। পাৰিমনে এই মহাপাপ বহন কৰিবলৈ। নহয়— কৰিবই লাগিব। ইয়াৰ মূল্য পাঁচ হাজাৰ।

একাদশী— ডাক্তাৰ বাবু ? কি ভাবিছে?

ডাক্তৰ— একো নহয়। হাত খন ধৰ।

( একাদশীয়ে ডাক্তৰৰ নিৰ্দ্দেশমতে কমলৰ হাতখন ধৰে । ডাক্তৰে ইনজেক্চন কমলৰ হাতৰ একেবাৰে ওচৰলৈ নিয়ে কিন্তু ডাক্তৰৰো হাত কপে )

একা— ডাক্তৰ বাবু আপোনাৰ হাতখন কপিছে কিয় ?

মণ্টু— কোনো ভয় নাই ডাক্তৰ।

ডাক্তৰ— নহব। মিষ্টাৰ দাস ইনজেক্চনটো বদলাই দিও।

মণ্টু— নুবুজিলো ডাক্তাৰ।

ডাক্তৰ—বুজিব। ( ৰঙ্গমঞ্চৰ সন্মুখলৈ আহি যন্ত্ৰৰ ভিতৰত থকা বিষখিনি পেলাই দি )

ডাক্তৰ— ( স্বগতঃ ) পাঁচ হাজাৰ ধূলিৰ লগত মিহলি হৈ যা।

মণ্টু— পেলাই দিলে যে ?

ডাক্তৰ— ইয়াৰে কাম নহব। ( ডাক্তৰে সোনকালে এটা আৰোগ্য মূলক ইনজেক্চন উলিয়াই অইন এটা যন্ত্ৰত ভৰাই লয় ) ( স্বগতঃ ) যদি এই ঔষধৰ দ্বাৰা এজন শিল্পী আৰোগ্য হয় ইয়াৰ মূল্য দহ হাজাৰ—বিশ হাজাৰ।

( ডাক্তৰে ততালিকে কমলক ইনজেক্চন দিয়ে )

মণ্টু— ঠিক্ ইনজেক্চন কৰিছেতো ?

ডাক্তৰ— নিশ্চয়। ডাক্তৰৰ কেতিয়াও ভুল নহয়।

কমল— আৰু নোৱাৰো একাদশী। মোক ধৰ। মই ভিতৰলৈ যাওঁ। মোক উঠাই দে। ( কমলে বিছনাত বহে )

ডাক্তৰ— উঠিব পৰিবতো ?

কমল— নিশ্চয় পাৰিম। মাত্ৰ অলপ সময়। মিঃ দাস। আপোনাৰ অভিলাষ বোধহয় পূৰ্ণ হৈছে। এতিয়া



মোৰ মনৰ কামনা পূৰ্ণ কৰিবলৈ অলপ সময় অপেক্ষা কৰক। মই এতিয়াই আহিছোঁ।

মণ্টু— আপোনাৰ কথা মই একো বুজিব পাৰা নাই।

কমল— মোৰ কথা বুজাৰ দৰকাৰো নাই কিন্তু আপোনাৰ কথাবোৰ আপুনি নিশ্চয় বুজে। একাদশী মোক অলপ ধৰ। ( একাদশীক ধৰি কমলে প্ৰস্থান কৰে )

মণ্টু— ডাক্তৰ! প্ৰথম ইন্‌জেক্চনটো পেলাই দিলে কিয় ?

ডাক্তৰ— সেই ইন্‌জেক্চনটোৰ মূল্য আছিল মাত্ৰ পাঁচ হাজাৰ। ( এনেতে বেগেৰে সাবিত্ৰীৰ প্ৰবেশ )

সাবিত্ৰী—ডাক্তৰ! কমলক ইনজেক্চন কৰা হ'ল নে ?

ডাক্তৰ— এই মাত্ৰ ইন্‌জেক্চন দিলোঁ।

সাবিত্ৰী—উঃ নোৱাৰিলোঁ।—ৰক্ষা কৰিবলৈ নোৱাৰিলোঁ। কমলক বিষ ইনজেক্চন কৰিলে। মোৰ পলম হ'ল। উঃ কি অমানুষিক কাণ্ড। টকাৰ লোভত মানুহে কি কৰিব নোৱাৰে। তোমালোকেই নে ডাক্তৰ। সমাজৰ হিতৈষী, সমাজৰ কল্যাণকাৰী, সমাজৰ প্ৰশংসাৰ পাত্ৰ ?

মণ্টু— চুপ্ সাবিত্ৰী। তুমি ইয়াত কিয় ?

সাবিত্ৰী—ইয়ালৈ আহিছোঁ আপোনাৰ পাপৰ প্ৰায়চিত্ত কৰিবলৈ। সকলোৰে এদিন মাৰিব লাগিব আৰু ভগবানৰ ওচৰত পাপ পূণ্যৰ কৈফিয়ৎ দিব লাগিব। ইমান দিনে আপোনাৰ পাপ অপ্ৰকাশ ৰাখি মইও

পাপৰ ভাগি হৈ আছোঁ। আৰু নোৱাৰোঁ আৰু নকৰোঁ।

মণ্টু— সাবিত্ৰী! প্ৰাণৰ মমতা থাকিলে এতিয়াই ইয়াৰ পৰা মনে মনে আঁতৰি যোৱা—নহলে--

সাবিত্ৰী—নহলে কৰিব কি? আপুনি মোক ষড়যন্ত্ৰেৰে ধ্বংশ কৰিব, কৰক তালৈ মই ভ্ৰূক্ষেপ নকৰোঁ। ডাক্তৰ, আপুনি পাঁচ হাজাৰ টকাৰ লোভত এজন মানুহৰ প্ৰাণ নাশ কৰিলে। কি জঘন্য পশু আপুনি। সেই পাঁচ হাজাৰ টকা, টকা নহয় নৰবলিৰ কেঁচা তেজ।

ডাক্তৰ— মিছাতে মোক দোষাৰোপ নকৰিব। পাপত মজিবলৈ উদ্যত হৈছিলোঁ কিন্তু ভগবানে মোক মোৰ কৰ্ত্তব্য সোঁৱৰাই দিলে। মই কমলক বিষ ইনজেক্চন কৰা নাই। মই শপত খাই কৈছোঁ। মোক বিশ্বাস কৰক। মই দিছোঁ বিষৰ পৰিবৰ্ত্তে অমৃত, মৰণৰ পৰিবৰ্ত্তে জীৱন।

সাবিত্ৰী—তেন্তে ৰক্ষা পৰিলোঁ। ভগবান দয়াৰ সাগৰ। আপুনিয়েই প্ৰকৃত ডাক্তৰ। সন্ধ্যা কত। সন্ধ্যাক মোৰ দৰকাৰ। ( সাবিত্ৰীৰ প্ৰস্থান )

মণ্টু— ডাক্তৰ। আপুনি তেনেহলে মোৰ লগত চল কৰিলে।

ডাক্তৰ— হয়। আপোনাৰ চল-চক্ৰান্ত আৰু অসৎ উদ্দেশ্যৰ পৰা মই মুক্ত।

মণ্টু— ( ডাক্তৰৰ নেক্‌টাই ধৰি জোকাৰি ) ডাক্তৰ! ডাক্তৰ!



ভেটি খাই কাম নকৰাৰ ফল কি জানা? আজি মোৰ হাতৰ পৰা ৰক্ষা নোপোৱা। মোক পাঁচ হাজাৰ টকাৰ কৈফিয়ৎ লাগে।

ডাক্তৰ— পাঁচ হাজাৰ টকা! তোমাৰ সেই পাঁচ হাজাৰ নহলেও নন্দ গোপাল মৰি নাযায়। তোমাৰ নিচিনা পাপী জগতত নাই। তোমাৰ ধন সম্পত্তিৰ মুৰত, মই শত পদাঘাত কৰোঁ। এইচোৱা তোমাৰ টকা।

( জেপৰ পৰা চেক্‌খন উলিয়াই মণ্টুক দেখুৱায় )

ই টকা নহয়। জিহ্বা-মেলি থকা কাল সৰ্পৰ তীব্ৰ বিষ। যেয়ে ইয়াক চুব সেয়ে মৰিব।

( চেকখন হাতেৰে টুকুৰা টুকুৰ কৰি ফালি পেলায় )

তোমাৰ পাপ টকাৰ ওপৰত শত পদাঘাত

( ফটা কাগজবোৰ জুতাৰে মোহাৰি পেলায় ) আৰু বাহুৰে মণ্টুক ঠেলা মাৰি দি বেগেৰে প্ৰস্থান কৰে )

মণ্টু— উঃ নোৱাৰিলোঁ। সকলো প্ৰকাশ হ'ল। মোৰ ভুল হ'ল। মোৰ ভয় লাগিছে। সাবিত্ৰী!

( এনেতে কমলে হাতত পিষ্টললৈ প্ৰবেশ কৰে আৰু ততালিকে মণ্টুক গুলি কৰে। কমলৰ প্ৰবেশ অৱস্থাত একাদশী আৰু সন্ধ্যাই কি কৰে কি কৰে" বুলি কমলৰ হাতত থকা পিষ্টল কাঢ়ি নিবলৈ চেষ্টা কৰা দেখা গৈছিল।)

কমল— মানুহ নহয়। পশু চিকাৰ।

মন্টু— আহ্ কি কৰিলি পাষণ্ড। মোৰ ভুল হ'ল। প্ৰথমেই তোক গুলিয়াব লাগিছিল।

( পেন্টৰ জেপৰ পৰা মন্টুৱে পিষ্টল উলিয়াই কমলৰ ফালে লক্ষ্যকৰি গুলি কৰিব খোজে এনেতে একাদশীয়ে "উঃ নামাৰিব" বুলি দৌৰী আহি মন্টুৰ হাতত ধৰে এনেতে সাবিত্ৰীৰ প্ৰবেশ )

সাবিত্ৰী—হায়! মোৰ স্বামীৰ কি হ'ল?

( মন্টুৰ লক্ষ্যহীনগুলি সাবিত্ৰীৰ গাত লাগে )

উহ্ মৰিলোঁ ( পৰি যায় )

মন্টু— মোৰ পাপৰ প্ৰায়চিত্ত। ভুল মোৰ ভাগিল। কমল! মৰাৰ আগতে কও শুনা সন্ধ্যা সতী, নিস্কলঙ্ক।

সাবিত্ৰী—স্বামীৰ হাতত প্ৰাণ অৰ্পিলো। মই ভাগ্যবতী। স্বামীৰ লগতে মোকো দাহন কৰিবা। ( মৃত্যু )

মন্টু— সা-বিত্ৰী মৰণতো যেন তোমাকেহে পাওঁ। ( মৃত্যু )

সন্ধ্যা— মোৰ মূৰ ঘূৰিছে। ( পৰি যায় )

কমল— ( চিৎকাৰ কৰি ) একাদশী! ( হাতৰ পিষ্টল পৰি যায় )

একাদশী—বাপাদেউ।

(একাদশীয়ে কমলক আকোৱালী ধৰে লগে লগে পট পৰে )

## য-ব-নি-কা